BHASA VIJNANAR PARICHAYA ( Part 1 ) A book deali
with elements of Linguistics by Bipul Kr Mahanta ( Gahai
D U First Published in 1992

Price Rs 35/- Only

বিপুল কুমাৰ মহন্ত ( গহন )

প্ৰথম প্ৰকাশ, এপ্ৰিল ১৯৯২

প্ৰচ্ছদ

পৰিকল্পনা লেখকৰ নিজা

অংকণ বীৰেন শইকীয়া

কলিয়াবৰ।

মুদ্ৰক :

প্ৰফুল্ল কুমাৰ শৰ্মা

ময়ূৰ প্ৰকাশ

গুৱাহাটী-৭

মূল্য : ৫০ টকা

উৎসর্গা

ভাষাবিজ্ঞান বিষয়ক
অসমীয়া ভাষাৰ প্ৰথমখন গ্ৰন্থৰ ৰচক
প্ৰখ্যাত ভাষাবিদ, পণ্ডিত
ড' উপেন্দ্ৰ নাথ গোস্বামীদেৱৰ
কৰকমলত
'ভাষাবিজ্ঞানৰ পৰিচয়' অৰ্পণ কৰিলোঁ।

# আগকথা

ভাষাৰ বিজ্ঞানসম্মত অধ্যয়ণ বা আলোচনাই হ'ল ভাষাবিজ্ঞান ভাষাক মূল বিষয় হিচাপে লৈ কৰা অধ্যয়ণ বা প্ৰণালীবদ্ধ বিশ্লেষং অনুসন্ধিৎসুসকলৰ কাৰণে এক জটিল, গুৰুত্বপূৰ্ণ আৰু সমানে আমোদ-জনক কাৰ্য। বাইবেলৰ 'দ্য ফাষ্ট বুক অব মোজেচ'ত থকা ভাষাৰ উল্লেখ, গ্ৰীক লেখক হেৰোডটাচৰ 'হিষ্টৰি' গ্ৰন্থত থকা বিৱৰণ আদিৰ পৰাই ভাষাবিজ্ঞান চৰ্চাৰ ইতিহাস আৰু তাৰ বুনিয়াদ সম্পৰ্কে অৱগত হ'ব পাৰি। প্ৰাচীন কালৰ পৰা আৰম্ভ কৰি বিংশ শতিকালৈকে ভাষাবিজ্ঞান চৰ্চাৰ বেহৰূপ আৰু গতি প্ৰকৃতিৰ আমূল পৰিবৰ্ত্তন ঘটিছে। মানুহৰ জ্ঞান বিজ্ঞানৰ পৰিধি ব্যাপ্ত হোৱাৰ আনুষংগিকভাৱে এই পৰিবৰ্ত্তনো যথেষ্ট আপেক্ষিক।

ভাষাবিজ্ঞান সম্পৰ্কীয় এলানি আলোচনাৰ আৰম্ভণি হিচাপে 'ভাষাবিজ্ঞানৰ পৰিচয়' গ্ৰন্থৰ প্ৰকাশ কৰা হৈছে। ভাষাবিজ্ঞান চৰ্চাৰ বিভিন্ন স্তৰৰ প্ৰণালীবদ্ধ আলোচনা, বিস্তাৰিত ৰূপত এই গ্ৰন্থত কৰিব পৰা নহ'ল। ছপাশালৰ অত্যধিক ব্যয় ব্যক্তিগতভাৱে বহন কৰিবলৈ অসমৰ্থ হোৱাত কেইবাটাও প্ৰয়োজনীয় অধ্যায়ৰ সংযোজন এই গ্ৰন্থত কৰিব পৰা হোৱা নাই। সেয়ে ১ম খণ্ড হিচাপেহে ইয়াক প্ৰকাশ কৰা হৈছে। কোনো কোনো ক্ষেত্ৰত ড° উপেন্দ্ৰ নাথ গোস্বামীদেৱৰ কাষৰি খৈ যোৱা পটায়েদি আগুৱাব খোজা হৈছে। যথাস্থানত তাৰ ঋণো স্বীকাৰ কৰা হৈছে।

গ্ৰন্থ প্ৰকাশৰ প্ৰচেষ্টাত যিসকলে আন্তৰিক সহায় সহযোগ আগ-বঢ়ালে সেইসকলৰ ওচৰত চিৰদিন কৃতজ্ঞ হৈ ৰ'লো। সৰ্বশ্ৰী মানিক ফুকন, অমৰ শৰণীয়া, হিমেন ভূঞা, বীৰেন শইকীয়া, কুশল গোস্বামী, বাবুল, বাব্লু আৰু লাচিতৰ সহায় সহযোগ অবিহনে গ্ৰন্থখনে প্ৰকাশৰ মুখ নেদেখিলে-হেঁতেন। 'ময়ূৰ প্ৰকাশে'ও চৌতে যথ মাৰি গ্ৰন্থখনিৰ প্ৰকাশৰ কাম সম্পূৰ্ণ কৰিছে। 'ময়ূৰ প্ৰকাশ'ৰ সমূহ কৰ্মীবৃন্দ আৰু স্বত্বাধিকাৰী প্ৰফুল্ল কুমাৰ শৰ্মাদেৱলৈ এই সুযোগতে অন্তৰৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো।

'জিৰণি'
কলিয়াবৰ-৭৮২১৩৭

বিপুল কুমাৰ মহন্ত (পহল)

# সূচীপত্ৰ

## ১ ভাষা

মানৱ সভ্যতা আৰু সংস্কৃতিৰ মূল বুনিয়াদ ভাষা। ভাষা মানৱ প্ৰজাতিৰ পৰিচায়ক আৰু মানৱ সমাজে আহৰণ তথা আয়ত্ত কৰিব পৰা বিষয়। ভাষা অবিহনে পৃথিৱীৰ মানৱ সভ্যতাৰ ক্ৰমবিকাশে সাম্প্ৰতিক বা অতি সাম্প্ৰতিক পৰ্যায়লৈ উন্নীত নহ'লহেঁতেন। জ্ঞান-বিজ্ঞানৰ চৰম উৎকৰ্ষ সাধন মানৱ সমাজৰ সৰ্বাঙ্গীন উন্নয়নৰো মূল ভাষা। ভাষা পৰিবেশত আয়ত্ত কৰা আৰু ব্যৱহাৰ কৰা—এই দুয়োটা অৰ্হতাই মানুহক পৃথিৱীৰ অন্যান্য জীৱ-জন্তুৰ পৰা পৃথক কৰিছে।

মানুহৰ মনৰ অমূৰ্ত্তৰূপৰ ভাৱক ৰূপ দান কৰে ভাষাই। এই কাৰ্য ভাষাই নিজস্ব ৰূপেৰে কৰে। মানুহৰ দৈনন্দিন জীৱনৰ ভাৱ, কল্পনা, আবেগ অনুভূতি চিন্তা চৰ্চা পাৰস্পৰিক সম্বন্ধ আৰু যোগা যোগ, উপলব্ধ জ্ঞান ভৱিষ্যতলৈ সংৰক্ষণ আদি মানৱীয় কাৰ্যসমূহ ভাষাৰ জৰিয়তেই সম্ভৱ হয়। মানৱ সমাজৰ গতি প্ৰকৃতিৰ আভাসো ভাষাৰ দ্বাৰাইহে পোৱাতো সম্ভৱপৰ। মানৱে আয়ত্ত কৰিব পৰা বা কেৱল মানৱ আয়ত্তাধীন ভাষা সেযেহে ভাষাবিজ্ঞানী সকলৰ উপৰিও দাৰ্শনিক, গণিতজ্ঞ, মনস্তাত্ত্বিক, সাহিত্যিক, নৃতাত্ত্বিক বৈজ্ঞানিক সকলৰ গৱেষণা তথা আলোচনাৰ এক বিষয় হৈ পৰিছে।

### ১১ ভাষাৰ সংজ্ঞা

কেৱল 'ভাষা' বুলি ক'লে মানৱ প্ৰজাতিয়ে ব্যৱহাৰ কৰা কোনো এটা ভাষাৰ অমূৰ্ত্ত ৰূপক বুজায়। কিন্তু যেতিয়া 'এটা ভাষা' বা 'ভাষা'টো' বুলি নিৰ্দিষ্ট কৰা হয় তেতিয়া আমি ক'ব পৰা ভাষাটোৰ এক নিৰ্দিষ্ট প্ৰতীক তথা গঠন প্ৰণালী বা এক বিশেষ ৰীতিকহে বুজায়। নিৰ্দিষ্ট কৰি কোৱা ভাষাই সমগ্ৰ মানৱ গোষ্ঠীৰে ভাষাক

নির্দেশ নকৰে। কেৱল এক নির্দিষ্ট ভাষা সম্প্ৰদায়ৰ লোকৰ ভাষাকহে নির্দেশ কৰে। কিন্তু মানুহৰ ব্যৱহৃত এই ভাষাৰ 'সংজ্ঞা'নো কি? ভাষাৰ অধ্যয়নৰ ক্ষেত্ৰত যেতিয়াৰ পৰাই ভাষাবিজ্ঞানৰ চৰ্চা হৈ আহিছে তেতিয়াৰ পৰাই ভাষা বিজ্ঞানী সকলে ইয়াক এক জটিল মানৱীয় কাৰ্য হিচাপে গণ্য কৰি আহিছে। এই মানৱীয় কাৰ্য ভাষাৰ সৈতে অন্য এক শক্তি ওতঃপ্ৰোত ভাৱে জড়িত হৈ আছে, সেয়া হ'ল ভাৱ। মানুহৰ ভাষা আৰু বাকশক্তিৰ অন্তৰালত থকা ভাৱ—এই দুয়োটাকে গ্ৰীকসকলে 'লোগছ' বুলিছিল। যাৰ ওপৰোক্ত দুয়োটা শক্তি অৰ্থাৎ ভাৱ আৰু ভাষাৰ কোনো এটাৰ অভাৱ বা দুয়োটাৰে অভাৱ তাক গ্ৰীকসকলে 'অলোগা' শব্দটোৰে বুজাইছিল।[1] ভাষাজনা লোকে, কোনো এটা ভাৱক কেইবাটাও ভাষাৰে প্ৰকাশ কৰিব পাৰে। থোৰতে ক'বলৈ হ'লে, 'ভাষা' হ'ল প্ৰকৃত সামাজিক পৰিৱেশত ব্যৱহৃত 'সুসংগঠিত শব্দ কোলাহল' অথবা "মানুহৰ মনৰ ভাৱ-প্ৰকাশক সংকেত অথবা ইঙ্গিত বিশেষ।"

প্ৰাচীন ভাৰতীয় ভাষাবিজ্ঞানী পটঞ্জলিৰ সংজ্ঞানুসৰি ভাষা হ'ল বাকযন্ত্ৰৰ দ্বাৰা উচ্চাৰিত, মানুহৰ মনৰ ভাৱৰ প্ৰকাশ।

"বক্তা বাচি বৰ্ণা যেষাং ত ইমে ব্যক্তবাচ ।
ব্যক্ত বাচাং সমুচ্চাৰণ"

—মহাভাষ্য ১ / ৩ / ৪৮

'এনচাইক্লপেডিয়া ব্ৰিটানিকা'ৰ ত্ৰয়োদশ সংখ্যাত ভাষাৰ সংজ্ঞা দিয়া হৈছে এনেদৰে—'ভাষা হ'ল এখন সমাজ আৰু সেই সংস্কৃতিৰ অংশীদাৰ মানুহৰ কথাকোৱা প্ৰথা আৰু লিখিত প্ৰতীকৰ এক প্ৰণালী।' বিশ্বৰ কেইবা গৰাকীও প্ৰখ্যাত ভাষাবিজ্ঞানীৰ 'ভাষা সম্পৰ্কীয় সংজ্ঞা আলোচনাৰ সুবিধাৰ্থে তলত উদ্ধৃত কৰা হ'ল

(১) 'কোনো জনসমষ্টিয়ে প্ৰণালীবদ্ধ আৰু যাদৃচ্ছিক স্পষ্ট ধ্বনি

১। 'অলোগা'ই মানুহৰ বাহিৰৰ অন্যান্য জীৱ জন্তুকো বুজাইছিল।

প্ৰতীকৰ সহায়ত পাৰস্পৰিক সহযোগিতাৱে দৈনন্দিন জীৱনৰ কাৰ্য সম্পাদন কৰা প্ৰথাৰ নাম ভাষা।'

—*Sturtevant*

(২) 'বাগধ্বনিৰ সহায়ত মনৰ ভাৱৰ প্ৰকাশেই হ'ল ভাষা।'

—*Henry Sweet, The History of Language.*

(৩) 'বক্তাৰ বোধ আৰু বৈয়াকৰণ সিদ্ধ বাক্য সৃষ্টিৰ অৰ্হতা অনুসৰি বিষয়েই হ'ল ভাষা।'

—*Noam Chomsky*

(৪) 'মনৰ ভাৱ, আবেগ-অনুভূতিক প্ৰকাশ কৰিবলৈ প্ৰয়োজন অনুসাৰে, পৰিৱেশত আয়ত্ত কৰি লোৱা, মানুহৰ দ্বাৰা, সৃষ্ট ধ্বনি প্ৰতীকৰ প্ৰণালী হ'ল ভাষা।

—*Sapir Language*

(৫) 'বক্তাৰ অৱস্থা বা পৰিৱেশ আৰু প্ৰয়োজন অনুসৰি সীমাহীন ৰূপলৈ বিস্তাৰশীল আৰু পৰিবৰ্তনৰ যোগ্য যাদৃচ্ছিক আৰু শুদ্ধ পৰম্পৰাৰ ওপৰত নিৰ্ভৰশীল 'ভাষা' এক প্ৰতীকৰ প্ৰণালী।'

*R H Robins General Linguistics*

(৬) 'উচ্চাৰণকৰণ আৰু ইয়াৰ আনুষংগিক অংগসমূহৰ সঞ্চালনৰ দ্বাৰা সৃষ্ট, কোনো এক জনসমষ্টিয়ে ব্যৱহাৰ কৰা আৰু বুজি পোৱা, সাধাৰণতে দীৰ্ঘকালৰ ব্যৱহাৰৰ পিচত স্থায়ী ৰূপ পোৱা, শব্দ আৰু শব্দ সাধনৰ প্ৰক্ৰিয়াই হ'ল 'ভাষা'।

—*Webster s New International Dictionary*

(৭) "ভাৱ-অনুভূতি, চিন্তা-চৰ্চাৰ প্ৰকাশৰ বাবে মানুহৰ প্ৰয়োজন অনুসৰি সৃষ্ট আৰু ইচ্ছানুসৰি পুনৰাবৃত্তি কৰিব পৰা চিহ্ন বা প্ৰতীকৰ সমষ্টিয়ে হ'ল ভাষা।'

—*A H Gerdiner, Speech & Language*

(৮) 'উচ্চাৰিত ধ্বনি-প্ৰতীকৰ সহায়েৰে ভাৱৰ পূৰ্ণ অভিব্যক্তিৰ নাম ভাষা।

ভাষা-বিজ্ঞান —ড° উপেন্দ্ৰ নাথ গোস্বামী।

(৯) 'ভাষা মানুহৰ মনৰ ভাৱৰ আদান-প্ৰদানৰ উদ্দেশ্যে বাগিন্দ্ৰিয়ৰে উচ্চাৰণ কৰা সুসংগঠিত, সুপৰিকল্পিত, ধ্বন্যাত্মক সংকেত বিশেষ। মানুহৰ মনৰ ভাৱ আৰু চিন্তাৰ শ্ৰূয়মান প্ৰতীকেই হ'ল ভাষা।'

—ড গোলোক চন্দ্ৰ গোস্বামী, ধ্বনি বিজ্ঞানৰ ভূমিকা।

ভাষাৰ সংজ্ঞা ভিন্নজনে ভিন্ন ধৰণেৰে দিছে যদিও সকলোৱে মানুহৰ বাগযন্ত্ৰ বা ধ্বনিযন্ত্ৰৰ কাৰ্য আৰু ধ্বনি প্ৰতীকৰ ব্যৱহাৰ—ভাষাৰ এই দুটা প্ৰাথমিক এককৰ কথা উল্লেখ কৰিছে। মনৰ ভাবৰ আদান-প্ৰদান বা বিনিময়ৰ উদ্দেশ্যে মানুহৰ বাগযন্ত্ৰৰ দ্বাৰা সৃষ্ট ধ্বনি প্ৰতীকৰ প্ৰণালীবদ্ধ ব্যৱহাৰৰ মাধ্যমেই হ'ল ভাষা। এই মাধ্যম, কথিত আৰু লিখিত, এই দুই মাধ্যমৰ হ'ব পাৰে। জ্ঞানৰ বিভিন্ন শাখাৰ ভিতৰত সাহিত্যৰ ছাত্ৰ সকলে ভাষাক ভাৱ বিনিময়ৰ এক কলাসন্মত মাধ্যম ৰূপে গ্ৰহণ কৰিছে। সমাজবিজ্ঞানীসকলে কোনো এক জনসমষ্টিৰ বা তেওঁলোকৰ সমাজৰ পাৰস্পৰিক সংযোগৰ এক মাধ্যমৰূপে ভাষাক পৰ্যবেক্ষণ কৰিছে। নৃ-তাত্বিকসকলে আকৌ, মানুহৰ সাংস্কৃতিক আচাৰ-ব্যৱহাৰৰ অন্য এক ৰূপ বা মানুহে আয়ত্ব কৰি লোৱা এক সাংস্কৃতিক কাৰ্যৰূপে ভাষাৰ বিশ্লেষণ কৰি চাইছে। প্ৰকৃততে, একক স্তৰত মানবীয় জ্ঞান, আচাৰ-ব্যৱহাৰ, দক্ষতা, অভ্যাস আদিৰ যিদৰে স্বকীয়া সংজ্ঞা নিৰ্ধাৰণ কৰিব পৰা নাযায়, সিদৰে মানৱীয় কাৰ্য ভাষাৰো স্বকীয়া সংজ্ঞা নিৰ্ধাৰণ কৰিব পৰা নাযায়। সেয়েহে, ওপৰোক্ত সংজ্ঞা সমূহৰ সৈতে সঙ্গতি ৰক্ষা কৰি ভাষাৰ কেতবোৰ বিশেষ বৈশিষ্ট্যৰ কথা আলচ কৰা হ'ল .

## ১২ ভাষাৰ বৈশিষ্ট্য

### ১২১ ভাষা ধ্বনিৰ সমষ্টি : ভাষা মৌখিক

মানুহে স্বৰযন্ত্ৰৰ দ্বাৰা অৰ্থৱহ ভাৱৰ প্ৰকাশ কৰিবলৈ কেতবোৰ ধ্বনি উচ্চাৰণ কৰে। উচ্চাৰিত এই ধ্বনিবোৰৰ স্বকীয়া স্বকীয়া প্ৰতীক নিৰ্বাচিত কৰি লোৱা হয়। উচ্চাৰিত ধ্বনি আৰু তাৰ প্ৰতীক সমূহে সু-সংগঠিত ৰূপেই হ'ল ভাষা। উচ্চাৰিত ধ্বনিসমূহৰ নিৰ্দিষ্ট প্ৰতীক নিৰূপন কৰি লোৱা অৱস্থাত, ধ্বনিসমূহে অৰ্থাৎ ভাষাটোৱে, লিখিত ৰূপ পায়। ধ্বনি সমূহৰ প্ৰতীক নিৰূপণ কৰি নোলোৱা অৰ্থাৎ লিখিত ৰূপৰ আগৰ অৱস্থাটোৱেই হ'ল ভাষাৰ মৌখিক ৰূপ বা অৱস্থা। ধ্বনি সমূহৰ লিখিত ৰূপৰ প্ৰতীক নিৰূপণ নকৰা কেতবোৰ ভাষা পৃথিৱীত এতিয়াও আছে। লিখিত ৰূপ আৰু মৌখিক বা অলিখিত ৰূপ এই দুয়ো দিশৰ পৰা বিচাৰ কৰি চালে দেখা যায় যে ভাষা ধ্বনি আৰু ধ্বনি প্ৰতীকৰ প্ৰণালীবদ্ধ ৰূপ।

ধ্বনি উচ্চাৰণ কৰিবলৈ স্বৰযন্ত্ৰ অথবা বাগযন্ত্ৰত অৱস্থিত কেতবোৰ অংগৰ[২] সঞ্চালন কৰা হয়। বাগযন্ত্ৰত অৱস্থিত এই অংগ সমূহৰ সঞ্চালনৰ ধৰণ বা প্ৰক্ৰিয়া জনসমষ্টি বিশেষে, কম বেছি পৰিমাণে ভিন ভিন ধৰণৰ হয়। ফলস্বৰূপে, বাগযন্ত্ৰৰ ইন্দ্ৰিয় সমূহৰ সঞ্চালনৰ ধৰণ অনুসৰি ভাষাভেদে ধ্বনিসমূহৰ গুণাগুণ ভিন ভিন ধৰণৰ হয়। এজন ভাষা ক'ব পৰা অৰ্হতাযুক্ত, সক্ষমলোকে, আৱশ্যকবোধে এই ভিন্ন ধৰণৰ ধ্বনিসমূহৰ উচ্চাৰণ কৌশল আয়ত্ব কৰি লৈ ভিন ভিন ভাষা কোৱা অৰ্হতাৰ অধিকাৰী হ'ব পাৰে।[৩]

### ১২২ ভাৱ বিনিময়ৰ মাধ্যম ভাষা

মানুহৰ মনৰ ভাৱবিনিময়ৰ কাৰণে বৰ্ত্তমানলৈকে যিমানবোৰ

---

২ অসমীয়া ভাষাৰ ধ্বনিবিজ্ঞান আৰু ভাষাবিজ্ঞানৰ গ্ৰন্থসমূহত 'ধ্বনিযন্ত্ৰ' আৰু 'বাগযন্ত্ৰ' সমাৰ্থক এই শব্দ দুটাৰ ব্যৱহাৰ কৰা হৈছে।

৩. একে গ্ৰন্থৰ ১ ২ ৪ পেৰাগ্ৰাফ দ্ৰষ্টব্য।

মাধ্যমৰ ব্যৱহাৰ কৰা হৈ আহিছে, সেইবোৰৰ ভিতৰত ভাষাই হ'ল শক্তিশালী, স্থায়ীৰূপৰ, সুবিধাজনক মাধ্যম। বাগ্‌যন্ত্ৰৰ দ্বাৰা উচ্চাৰিত নোহোৱা, কেতবোৰ ভাৱবিনিময়ৰ পদ্ধতি যেনে, গাড়ী মটৰৰ হৰ্ণ, ৰাস্তাৰ ৰঙা লাইট, মূক বধিৰ লোকৰ ক্ষেত্ৰত ব্যৱহৃত 'ব্ৰেইলী' পদ্ধতি, কাৰ্যালয়ত ব্যৱহৃত চর্টহেণ্ড পদ্ধতি, নাৱিকৰ নিছান, টেলিগ্ৰামৰ টক্ টক্ শব্দ, শান্তিৰ বগা পতাকা, ৰেডক্ৰছ আদিয়েও ভাৱ বিনিময়ৰ কাৰ্য সম্পাদন কৰে যদিও ভাষাবিজ্ঞানৰ দৃষ্টিৰে এইবোৰক ভাষাৰ গণ্ডীত ধৰিব পৰা নাযায়। মানুহৰ বিভিন্ন অঙ্গী ভঙ্গী, চকু পিৰিকিওৱা, মুখৰ ভঙ্গী, হাতেৰে দেখুওৱা সংকেত আদিৰেও ভাৱৰ প্ৰকাশ কৰা কাৰ্য সমাধা কৰা দেখা যায়। এইবোৰো কেতবোৰ বিশেষ বিশেষ পৰিৱেশত, বিশেষ পৰিস্থিতিতহে ব্যৱহৃত হয়। সাৰ্বজনীন ভাৱে, সকলো লোকৰ, অথবা কোনো জনসমষ্টিৰ দৈনন্দিন কাম-কাজত ভাৱ বিনিময়ৰ মাধ্যম হিচাপে এইবোৰৰ প্ৰয়োগ নহয়। মানুহৰ বা বক্তাৰ ভাৱৰ পূৰ্ণ প্ৰকাশো এইবোৰ মাধ্যমে কৰিব নোৱাৰে। এইবোৰ হ'ল মানুহৰ দ্বাৰাই ব্যৱহৃত কেতবোৰ দৃশ্যমান সংকেত, যিবোৰক ভাষাৰ আনুষংগিক প্ৰকাশিকা শক্তিৰ অন্তৰ্ভুক্ত কৰিব পাৰি। এই দৃশ্যমান সংকেতবোৰ ভাষাৰ দৰে প্ৰসাৰণশীল, নমনীয় আৰু পৰিশুদ্ধ নহয়। বাগযন্ত্ৰৰ দ্বাৰা উচ্চাৰিত ধ্বনি প্ৰতীকৰ প্ৰণালীবদ্ধ ব্যৱহাৰে সৃষ্টি কৰা ভাষাৰ দ্বাৰাইহে মানুহে তেওঁলোকৰ ব্যক্তিগত চিন্তা-চৰ্চা, আশা-আকাংক্ষা, আবেগ-অনুভূতিৰ প্ৰকাশ ঘটাব পাৰে। মানুহৰ এটা প্ৰজন্মই অন্য এটা প্ৰজন্মলৈও[4] তেওঁলোকৰ উপলব্ধ জ্ঞানৰ সংৰক্ষণ তথা সঞ্চয় ভাষাৰ জৰিয়তেই কৰি থৈ যাব পাৰে।

## ১.২.৩ ভাষাৰ সামাজিক গুৰুত্ব

মানুহে বাসকৰা সমাজখনৰ বা কোনো একজনসমষ্টিৰ পাৰম্পৰিক

---

৪। বৈদিক সাহিত্য, ভাষাই লিখিত ৰূপ পোৱাৰ পূৰ্বলৈকে শ্ৰুতি আৰু স্মৃতিৰ জৰিয়তে, প্ৰজন্মানুক্ৰমে প্ৰচলিত আৰু সংৰক্ষিত হৈ আহিছিল।

যোগাযোগৰ মাধ্যম হ'ল ভাষা। ভাষাৰ স্থিতিও মানৱ সমাজতহে। ইয়াৰ জৰিয়তে মানুহৰ পাৰস্পৰিক সম্বন্ধ স্থাপন হোৱাৰ লগতে, মানৱ সমাজৰ গতি প্ৰকৃতিও নিৰ্ধাৰিত হয়। কোনো এক জনসমষ্টিয়ে গঠন কৰা সমাজৰ অংশীদাৰ হিচাপে মানুহে ভাষা আয়ত্ত কৰি লয়। মন-কৰিবলগীয়া যে, ভাষা মানুহে জন্মতেই শিকি বা আয়ত্ত কৰি নাহে। ঘ্ৰাণশক্তি, শ্ৰৱণশক্তি একেজন সুস্থলোকৰ ক্ষেত্ৰত যিদৰে জন্মগত বিষয়, সেইদৰে ভাষা কোৱা বিষয়টো মানুহৰ জন্মগত বিষয় নহয়। অৰ্থাৎ মানুহে জন্মতেই কোনো এটা ভাষা শিকি নাহে। কোনো এক জনসমষ্টিৰ অথবা কোনো এক সমাজৰ অংশীদাৰ হোৱাৰ লগে লগে, সেই সমাজত ভাৱৰ আদান প্ৰদানৰ বাবে পৰিৱেশ অনুযায়ী মানুহে ভাষা আয়ত্ত কৰি লয়। ভিন্ন পৰিৱেশত, ভিন্ন জনসমষ্টিৰ সমূহীয়া জীৱন গঢ়ি উঠাৰ লগে লগে ভিন্ন জনসমষ্টিৰ স্বকীয়া স্বকীয়া ভাষাও গঢ়ি উঠে। উদাহৰণস্বৰূপে ক'ব পাৰি যে, অসমীয়া ভাষা যোগাযোগৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰা এখন সমাজত বা কোনো এক জনসমষ্টিত, ইয়াৰ অংশীদাৰ সকলে দৈনন্দিন জীৱনৰ কাম-কাজ চলাবলৈ অসমীয়া ভাষা আয়ত্ত কৰি লব। তেনেকৈ ইংৰাজী ভাষাক ভাব বিনিময় আৰু যোগাযোগৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰা এখন সমাজত দৈনন্দিন জীৱনৰ কাম-কাজ চলাবলৈ, ইংৰাজী ভাষা আয়ত্ত কৰি লোৱাৰ প্ৰযত্ন কৰিব। এইদিশৰ পৰা বিচাৰ কৰিলে দেখাযায় যে সমাজৰ বা জনসমষ্টিৰ মাজতহে ভাষাৰ স্থিতি। ভাষা এটা থকা-স্থলতো কোনো সমাজে যদি তাক ব্যৱহাৰ নকৰে তেন্তিয়া সেই ভাষাটোৱে মৃতাৱস্থা লাভ কৰিব।

কোনো বিশিষ্ট জনসমষ্টিৰ সামূহিক জীৱন যাপনৰ মাধ্যম হৈছে ভাষা।[৫] সেই জনসমষ্টিৰ সামূহিক জীৱনৰ সামাজিক ৰীতি-নীতি, আচাৰ ব্যৱহাৰ ব্যক্তিৰ পাৰস্পৰিক সম্বন্ধ, সামাজিক স্থিতি, কথন-

৫ ভাষাবিজ্ঞান, পৃঃ ৩৭

ভঙ্গী বা বক্তাৰ কথা কোৱাৰ ভঙ্গী, আদিক ভাষাবিজ্ঞানৰ দৃষ্টিৰে আৰু ভাষা বিজ্ঞানৰ পৰিসৰৰ বাহিৰৰ পৰা পৰ্যবেক্ষণ কৰি চাওঁতে সেই সমাজে ব্যৱহাৰ কৰা ভাষাৰ স্বৰূপ উপলব্ধি কৰিব পাৰি।

## ১২৪ ভাষাৰ পৰম্পৰা

পাৰস্পৰিক ভাৱ বিনিময়ৰ সুবিধাৰ্থে ভাষাত ব্যৱহৃত শব্দ আৰু অৰ্থৰ কেতবোৰ সম্বন্ধ নিৰূপণ কৰি লোৱা হয়। শব্দ আৰু অৰ্থৰ ব্যৱহাৰৰ মাজত এক নিয়ম বা পদ্ধতি ৰক্ষিত হয়। শব্দ আৰু তাত আৰোপিত অৰ্থ ব্যৱহাৰৰ এই নিয়ম মানৱ সমাজৰ অংশীদাৰসকলে তেওঁলোকৰ পূৰ্বপুৰুষৰ পৰা, অগ্ৰজসকলে বা পূৰ্বপুৰুষে আকৌ তেওঁলোকৰ পূৰ্বপুৰুষৰ পৰা—এনেকৈ এক নিৰ্দিষ্ট ক্ৰমত অনুকৰণ তথা অনুশীলনৰ জৰিয়তে শিকি আহে। পুৰুষানুক্ৰমে এখন সমাজত অনুকৰণ আৰু অনুশীলন, অথবা ধ্বনন আৰু শ্ৰৱণৰ জৰিয়তে ভাষাই গঢ় লৈ উঠিছে।

পৃথিৱীৰ কোনো এটা ভাষাই এদিনতে গঢ় লৈ উঠা নাই। ক্ৰমবিৱৰ্তন আৰু পৰম্পৰাৰ জৰিয়তেহে সময় বাগৰাৰ লগে লগে নিৰ্দিষ্ট পৰিবেশত ভাষাই গঢ় লৈ উঠিছে। পৰম্পৰা অনুযায়ী ভাষা কোৱা হেতুকেই, কোনো জনসমষ্টিৰ এজন অৰ্হতাযুক্ত লোকৰ মুখৰ ভাষাকে সেই ভাষাৰ আৰ্হি বুলি ধৰিলোৱা হয়। এইখিনিতে এইটো কথাও মনকৰিবলগীয়া যে ভাষা মানুহৰ উত্তৰাধিকাৰ সূত্ৰে পোৱা বা জন্মগত বিষয় নহয়। জন্মতেই কোনো শিশুৱে ইংৰাজী, ফ্ৰেঞ্চ, চাইনীজ, ৰাছিয়ান, স্পেনিচ, হিন্দী, বঙলা, অসমীয়া আদি শিকি বা ক'ব পৰা অৰ্হতাৰ অধিকাৰী হৈ নাহে। নিৰ্দিষ্ট সমাজত, নিৰ্দিষ্ট পৰিবেশত পৰম্পৰা অনুযায়ী আয়ত্ত কৰি লয়।

## ১২৫ যাদৃচ্ছিক ভাষা

বাগযন্ত্ৰৰ দ্বাৰা উচ্চাৰিত ধ্বনিবোৰৰ কোনো স্বকীয়া অৰ্থ নাই।

উচ্চাৰিত ধ্বনিবোৰৰ স্বকীয়া অৰ্থ থকাহেঁতেন পৃথিৱীৰ সকলোবোৰ ভাষাই একে ধৰণৰ বা একে হ'লহেঁতেন। পৃথিৱীৰ বিভিন্ন ভাষাত একেটা বস্তুকে বুজাবলৈ বিবিধ ধ্বনি বা ধ্বনিসমষ্টি আৰু তাত আৰোপ কৰা অৰ্থৰ ব্যৱহাৰ হয়। উদাহৰণ স্বৰূপে অসমীয়াত উৰিব পৰা এবিধ জীৱক বুজাবলৈ 'চৰাই' (চ+ৰ+আ+ই) এই চাৰিটা ধ্বনিৰ ব্যৱহাৰ কৰা হৈছে, ইংৰাজীত ব্যৱহাৰ কৰা হৈছে (ব+আ +ৰ+ড) 'বাৰ্ড'। দুয়োটা ভাষাত একেবিধ জীৱক বুজাবলৈ ব্যৱহাৰ কৰা ধ্বনিসমষ্টি ভিন ভিন। তেনেদৰে, স্থলচৰ এবিধ স্বৰচৰীয়া জন্তুক বুজাবলৈ অসমীয়া ভাষাত 'কুকুৰ (ক+উ+ক+উ+ৰ), ইংৰাজী ভাষাত 'ডগ' (ড+অ+গ), হিন্দীভাষাত 'কুত্তা' (ক+উ+ত্+ত +আ), সংস্কৃত ভাষাত 'কুক্কুৰ' (ক+উ+ক+ক+উ+ৰ), কানাড়া ভাষাত 'নাই' (ন+আ+ই), ফৰাচী ভাষাত 'চিয়েন' (চ+ই+য়+ এ+ন), জাৰ্মান ভাষাত 'হাউণ্ড' (হ+আ+উ+ণ+ড), আৰাবিক ভাষাত কাৰ (ক+আ+ল+ব) আদি ভিন ভিন সংখ্যক ধ্বনি ব্যৱহাৰ কৰা হৈছে। বেলেগ বেলেগ ধ্বনিৰ বেলেগ বেলেগ ক্ৰমে বিভিন্ন ভাষাত একে কুকুৰ প্ৰজাতিকে বুজাইছে। স্পষ্ট ধ্বনিবোৰৰ স্বকীয়া অৰ্থ থকাহেঁতেন এনে ভিন্নৰূপ পোৱা নগ'লহেঁতেন। স্পষ্ট ধ্বনিৰ স্বকীয়া অৰ্থ নথকাগুণেই পৃথিৱীৰ ভাষাবোৰৰ ভিন্নৰূপ পোৱা গৈছে। এই গুণকে ভাষাৰ যাদৃচ্ছিকতা বোলা হয়।

পৃথিৱীৰ সকলোবোৰ ভাষাই যাদৃচ্ছিকতা গুণসম্পন্ন। প্ৰত্যেক ভাষাৰে ধ্বনি বা শব্দ আৰু অৰ্থৰ সম্পৰ্কও যাদৃচ্ছিক। অৱশ্যে, ধ্বন্যানুকৰণ জনিত শব্দবোৰ, যেনে গুণ্ গুণ্, টক্ টক্ ঝক্ ঝক্ আদি শব্দবোৰৰ প্ৰয়োগত সাদৃশ্য দেখা গ'লেও সেইবোৰো বিভিন্ন ভাষাত অবিকল একে ধৰণেৰে ব্যৱহৃত নহয়।

### ১ ২ ৬ প্ৰতীকযুক্ত আৰু ৰুঢ়িগত ভাষা

ভাষা প্ৰতীকযুক্ত। এই প্ৰতীকবোৰ বাগযন্ত্ৰৰ জৰিয়তে উচ্চা-

বিভ ধ্বনিৰ প্ৰতীক বা ধ্বনি-প্ৰতীক। ভাষাত ব্যৱহৃত প্ৰত্যেকটো শব্দৰ ধ্বনিবোৰে, কোনো বস্তু নাইবা বক্তাৰ মনৰ ভাৱৰ প্ৰতীক ৰূপে ক্ৰিয়াশীল হয়। উদাহৰণ স্বৰূপে, 'কলম,' (ক + ল + ম) এই তিনিটা ধ্বনি সংযুক্ত হৈ গঠন কৰা শব্দটোৱে 'কলম' বস্তুটোৰ স্বৰূপ সুস্পষ্ট কৰিছে। তেনেদৰে জ + ঈ + ৱ + ন এইকেইটা ধ্বনি প্ৰতীকে সংযুক্ত ৰূপত গঠন কৰা 'জীৱন' শব্দটোৱে, জীৱনৰ অমূৰ্ত ৰূপক ব্যক্ত কৰিছে। ধ্বনি প্ৰতীক সমূহে যুক্ত হৈ অমূৰ্ত্তৰূপৰ জীৱন সম্পৰ্কে মানৱ মনত ধাৰণাৰ বা ভাৱৰ সৃষ্টি কৰিব পাৰিছে।

আমাৰ ধ্যান-ধাৰণা, চিন্তা-চৰ্চাক প্ৰতিফলিত কৰিবলৈ বাগ্‌যন্ত্ৰৰ দ্বাৰা উচ্চাৰিত ধ্বনি আৰু ধ্বনিৰ সমষ্টি শব্দবোৰক আমি প্ৰতীক হিচাপে লওঁ। অৱশ্যে এই ধ্বনিপ্ৰতীক সমূহো যাদৃচ্ছিক। ধ্বনি আৰু তাৰ অৰ্থৰ মাজত কোনো সৃষ্টিগত সম্পৰ্ক নাই। ধ্বনিৰ লগত অৰ্থৰ সম্পৰ্ক আৰোপ কৰি লোৱাহে। কোনো বিশেষ অৰ্থত এই আৰোপিত অৰ্থযুক্ত, ধ্বনিসমষ্টি বা শব্দক ব্যৱহাৰ কৰা হয়। এই ব্যৱহাৰো আকৌ, পৰম্পৰাগত ভাৱেহে কৰি অহা হয়। মানুহ বুজাবলৈ অসমীয়া অন্য ভাষাত মানুহ শব্দবেই ব্যৱহাৰ হৈ আহিছে আৰু সেইমতেই ব্যৱহাৰো হৈ থাকিব। অসমীয়া ভাষা ব্যৱহাৰ কৰা জনসমষ্টিৰ বা সমাজৰ লোকে অথবা কোনো ন-শিকাৰুৱে, 'মানুহ' প্ৰজাতিক বুজাবলৈ কিয় 'মানুহ' শব্দৰ ব্যৱহাৰ কৰা হৈছে সেই বিষয়ে প্ৰশ্নৰ অৱতাৰণা নকৰে। তেনেদৰে ইংৰাজী ভাষা ব্যৱহাৰ কৰা এখন সমাজত 'মেন' ( Man ) শব্দ মানুহক বুজাবলৈ ব্যৱহাৰ কৰিব। ইংৰাজী ভাষা ব্যৱহাৰ কৰা সমাজে বা লোকে কিয়নো Man শব্দটো 'মানুহ' বুজাবলৈ ব্যৱহাৰ কৰা হৈছে তাক লৈ তৰ্কৰ সৃষ্টি নকৰে। এনেধৰণৰ তৰ্কহীন প্ৰয়োগ প্ৰৱাহেই ৰুচি।[৬] ভাষাত ব্যৱহৃত

---

৬ ভাষাবিজ্ঞান পৃঃ ৫

ধ্বনিপ্ৰতীকবোৰ আৰু তাত আৰোপিত অৰ্থ সেয়ে যাচ। এনে দৃষ্টিৰপৰা বিচাৰ কৰি ভাষাক ৰাটিগত বোলা হৈছে।

## ১ ২ ৭ সৃজনীশীল আৰু পৰিবৰ্তনশীল ভাষা

ভাষা পৰম্পৰাগতভাবে, অনুকৰণ আৰু অনুশীলনৰ জৰিয়তে আয়ত্ব কৰি অহা ধ্বনিসমষ্টিৰ প্ৰণালী মাত্ৰ কেৱল নহয়, বহুসময়ত ই সৃজনীশীল আৰু উৎপাদকতা গুণসম্পন্ন। সদায় নতুন নতুন ধৰণেৰে ধ্বনিসংযোগৰ ব্যৱহাৰ কৰি মানুহে নিজৰ মনোভাৱ ব্যক্ত কৰি আহিছে বাগ্‌যন্ত্ৰৰ দ্বাৰা উচ্চাৰিত ধ্বনিৰ সংযোগ ঘটাই শব্দ বা ৰূপৰ গঠন, ৰূপৰ সংযোগ ঘটোৱাৰ দ্বাৰা বাক্যগঠন বা বাক্যসৃষ্টিৰ জৰিয়তে নিজৰ নিজৰ মনোভাৱ প্ৰকাশ কৰিবলৈ ভাষাকোৱাৰ অৰ্হতাসম্পন্ন প্ৰতিজন লোকেই সমৰ্থ আৰু সক্ষম। দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা মানুহৰ কথোপকথনৰ প্ৰতিটো শব্দই বা প্ৰতিটো বাক্যই বক্তাৰ নিজা সৃষ্টি, পূৰ্বতে জনা বা আয়ত্ব কৰা বাক্যৰ অবিকল অনুকৰণ নহয়। মানুহে বা বক্তাই নিজস্ব প্ৰয়োজন অনুসৰি নিতে নতুন বাক্যৰ ব্যৱহাৰ কৰি কৰ্মসম্পাদন কৰে। উদাহৰণ স্বৰূপে ক'ব পাৰি যে 'তল ভৰি সৰি থকা শেৱালিফুলৰ পাহিত হেমন্তৰ নিয়ৰৰ কণা অশ্ৰুবিন্দু হৈ বিৰিঙিছে'—এই বাক্যটো অবিকল একেভাৱে ইতিপূৰ্বে মই কেতিয়াও উচ্চাৰণ কৰা নাই, অন্যকাৰোবাৰ অবিকল একে অনুকৰণো মই কৰা নাই। এই বাক্যটো মোৰ নিজাকৈ কৰা সৃষ্টি। শিশুৱেও কেতবোৰ শব্দৰ প্ৰয়োগ নিজাববীয়াকৈ কৰা দেখা যায়। উদাহৰণ স্বৰূপে, 'মই নাপাৰো,' 'মই গ'লো'ৰ আহিত 'মই যালো' ইত্যাদি। এনেধৰণৰ শব্দ বা বাক্যৰ প্ৰয়োগ ডাঙৰৰ পৰা বা মাক-দেউতাকৰ পৰা শুনি বা অনুকৰণ কৰি কৰা হোৱা নাই, এইবোৰ শিশুৰ নিজা সৃষ্টি।

সমাজৰ পৰিবৰ্তন আৰু প্ৰয়োজন অনুসৰি ভাষাবো পৰিবৰ্ত্তন হয়। আধুনিক কালত ব্যৱহৃত অসমীয়া ভাষাতকৈ পুৰণি কালৰ অসমীয়া ভাষা কিছু পৃথক। প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ লৌকিক সংস্কৃত, পালি, প্ৰাকৃত, অপভ্ৰংশ আদি পৰিৱৰ্তিত ৰূপ। আধুনিক ইংৰাজী ভাষাতকৈ প্ৰাচীন ইংৰাজী ভাষা পৃথক। বোৱতী সুঁতিৰ লগত বিজনিৰ তুল্য ভাষাৰ ক্ষেত্ৰত, এই পৃথক ৰূপ, ভাষাৰ ভিন্ন-স্তৰীয় পৰিবৰ্তনৰ ফলতেই হৈছে। এই দিশৰ পৰা বিচাৰ কৰিলে ভাষা একাৰ্থত পৰিবৰ্তনশীল আৰু সৃজনীশক্তি সম্পন্ন।

## ১ ২ ৮ ভাষা মানৱীয় কাৰ্য

মানুহৰ বাহিৰে পৃথিৱীৰ অন্যান্য জীৱজন্তুৱে ভাষা ক'ব নোৱাৰে। ধ্বনি উচ্চাৰণ কৰিব পৰা বাগ যন্ত্ৰ নথকাৰ ফলত আৰু ভাষাৰ জটিল গঠন প্ৰক্ৰিয়া তথা ৰূপৰ কাৰণে মানুহভিন্ন অন্যান্য জীৱ-জন্তুৱে ভাষা ক'ব নোৱাৰে। যদিওবা ভোক, শোক, খং, দুখ আদি প্ৰকাশ কৰিবৰ কাৰণে জীৱ-জন্তুৱে কেতবোৰ মাত মাতে, সেইবোৰ অতীজৰে পৰা একে ৰূপতে আছে। চিৰকাল একেধৰণৰ উপায়েৰে এই জীৱ-জন্তুবোৰে নিজস্ব মনোভাৱ প্ৰকাশ কৰি আহিছে। নতুন নতুন ধ্বনিৰ সৃষ্টি, আৰু ধ্বনি সংযোগৰ জৰিয়তে নিজৰ মনোভাৱ ব্যক্ত কৰাৰ অৰ্হতা মানুহভিন্ন অন্যান্য জীৱ-জন্তুৰ নাই। মানুহৰ দৰে ভাষা ক'বলৈ জীৱ-জন্তুৰ বিচাৰ বুদ্ধিৰো অভাৱ। সেইদিনাৰ পৰা বিচাৰ কৰিলে দেখা যায় যে ভাষা এক মানৱীয় কাৰ্য। ই মানৱীয় কাৰ্য হ'লেও মানুহৰ জন্মগত বা স্বভাৱসিদ্ধ গুণ নহয়। নিৰ্দিষ্ট পৰিৱেশত মনৰ ভাৱ বিনিময়ৰ জৰিয়তে দৈনন্দিন জীৱনৰ কাম-কাজ চলাবলৈ আয়ত্ব কৰি লোৱা এক কাৰ্য।

## ১.২ ৯ প্ৰণালীবদ্ধ ভাষা

ভাষা প্ৰতীকযুক্ত আৰু ভাষাৰ এই প্ৰতীকবোৰক এক নিৰ্দিষ্ট ক্ৰমত সজোৱা হয়। পৃথিৱীৰ কোনো এটা ভাষাক পৰ্যবেক্ষণ কৰিলে প্ৰথমদৃষ্টিত এই ক্ৰম নথকা যেন লাগে কিন্তু কেতবোৰ পদ্ধতি অৱলম্বন কৰি চালে সেই ক্ৰম ধৰা পৰে। সেই ক্ৰমেই হ'ল পণালী। পৃথিৱীৰ বিভিন্ন ভাষাৰ ধ্বনি প্ৰতীক সীমিত। এই সীমিত সংখ্যক ধ্বনি প্ৰতীকৰ প্ৰণালীবদ্ধ ভাৱে ব্যৱহাৰ কৰি সীমাহীন বা অসীম ৰূপত শব্দ বা বাক্যৰ সৃষ্টি কৰিব পাৰি।

প্ৰতিটো ভাষাতে থকা এই প্ৰণালীবো এক প্ৰণালী আছে। ভাষা কেইবাটাও পণালীৰ সমষ্টি। সকলো ভাষাতে ধ্বনি সংযোগৰ প্ৰণালী, ব্যাকৰণসিদ্ধ প্ৰণালী আৰু দুয়োটা প্ৰণালীৰ ভিতৰুৱা কেত-বোৰ উপপ্ৰণালী আছে। উদাহৰণস্বৰূপ, ব্যাকৰণসিদ্ধ প্ৰণালীৰ ভিতৰুৱা প্ৰণালী হিচাপে (১) ৰূপতত্ত্বৰ প্ৰণালী আৰু (২) অৰ্থতত্ত্বৰ প্ৰণা লীৰ আলচ কৰা হয়। এই দুয়োটা উপ-প্ৰণালীবো কেতবোৰ প্ৰণালী আছে। এই কেউটা প্ৰণালীয়ে, এটা আনটোৰ লগত ওত:প্ৰোত ভাৱে জড়িত।

## ১ ২ ৯ (ক) ধ্বনি সংযোগৰ প্ৰণালী

সকলো ভাষাতে সমান সংখ্যক ধ্বনি নাথাকে। অসমীয়া ভাষাত আঠোটা স্বৰ ধ্বনি আছে, ইংৰাজী ভাষাত আছে নটা। থলুৱা মিচিং ভাষাত স্বৰধ্বনি আছে সাতোটা। কোনো কোনো ভাষাত আকৌ এই ধ্বনি সমূহৰ উচ্চাৰণৰ হ্ৰস্ব আৰু দীৰ্ঘ, এই দুটা ৰূপ আছে। কোনোটো ভাষাত আকৌ নাই। উদাহৰণ স্বৰূপে সংস্কৃত ভাষাৰ ধ্বনি উচ্চাৰণত হ্ৰস্ব দীৰ্ঘ এই দুয়োটা ৰূপ আছে, অসমীয়া

ভাষাত আকৌ এই পাৰ্থক্য বক্ষিত হোৱা নাই। অসমীয়াত মূৰ্দ্ধণ্য ব্যঞ্জন ধ্বনি উচ্চাৰিত নহয়, কেৱল লিখিত ভাষাত লিখাহে হয়, বঙলা আৰু হিন্দী ভাষাত হ'লে হয়। সংস্কৃতৰ মহাপ্ৰাণ ধ্বনি এটা বিশিষ্ট ধ্বনি, ইংৰাজীত পিছে নহয়।

তেনেদৰে ইংৰাজীত b আৰু z ধ্বনি উচ্চাৰিত হ'লেও bz এই দুয়োটা ধ্বনিৰে আৰম্ভ হোৱা কোনো শব্দ পাবলৈ নাই। আকৌ ইংৰাজী ভাষাৰ ব্যঞ্জনধ্বনি Q ৰ পিছত U স্বৰধ্বনি যুক্ত নোহোৱাকৈ কোনো শব্দ সাধিত নহয়। অসমীয়া ভাষাত 'ঙ' ধ্বনিৰে আৰম্ভ হোৱা শব্দ পোৱা নাযায়, এনে ধৰণৰ শব্দ মণিপুৰী ভাষাতহে পোৱা যায়। অসমীয়া ভাষাত ব্যৱহাৰ কৰা শ্ৰুতিধ্বনি 'য়' বঙলা ভাষাত পোৱা নাযায়। দ্বিত্ব ব্যঞ্জনৰ ক্ষেত্ৰত অসমীয়া ভাষাত ক+ত=ক্ত, ক+ক=ক্ক, ক+ৰ=ক্ৰ, ক+ষ=ক্ষ, দ্বিত্ব হৈ উচ্চাৰিত হয়। কিন্তু খ+খ, ছ+ছ, ঝ+ঝ, ঙ+ঙ, প+ম আদি দ্বিত্বৰূপ পোৱা নাযায়। তেনেকৈ শ+ছ=শ্ছ, প+ম, আদিৰ দ্বিত্বৰূপো অসমীয়াত পোৱা নাযায়। দ্বিস্বৰ বা দুটা স্বৰধ্বনিহে একেলগে উচ্চাৰিত হয়। অসমীয়াত 'মানুহ' শব্দৰ পাচোঁটা ধ্বনি এক নিৰ্দিষ্ট ক্ৰমত যুক্ত হৈহে তাৰ আৰোপিত অৰ্থ ব্যঞ্জিত কৰিছে। যেনে, ম+আ+ন+উ+হ=মানুহ, এই ক্ৰম সলনি কৰি ম+ন+হ+আ+উ='মনহাউ' কৰিলে বা তেনেদৰে ধ্বনি সংযোগ ঘটালেও সি কোনো অৰ্থ ব্যঞ্জিত কৰিব নোৱাৰে। অন্যান্য শব্দ বা ৰূপ সমূহৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। ভাষানুসৰি ধ্বনি সংযোগৰ এই প্ৰণালী পৃথক পৃথক হয়। প্ৰণালী অবিহনে ধ্বনিসংযোগ ঘটালে সি ভাষা নহৈ কেতবোৰ অৰ্থহীন, নিৰৰ্থক শব্দসমষ্টিবহে সৃষ্টি কৰিব।

## ১২৯ (খ) ব্যাকৰণ সিদ্ধ প্ৰণালী

ব্যাকৰণসিদ্ধ প্ৰণালীৰ ভিতৰুৱা ৰূপতত্ত্ব বা ৰূপ সংযোগৰ প্ৰণালী

(Morphological System), বাক্যবিন্যাসাত্মক বা বাক্য গঠন প্ৰণালী ( Syntactic System ), আৰু অৰ্থৰ প্ৰণালী (Semantic System)। তলত সুকীয়া সুকীয়াকৈ কেউটাৰে আলচ কৰা হ'ল:

### ১২৯ (খ) ১ ৰূপতত্ত্বৰ প্ৰণালী বা ৰূপসংযোগৰ প্ৰণালী

এটা বা তাতোকৈ অধিক ধ্বনিৰ সংযোগৰ দ্বাৰা, সকলো ভাষাতে একো একোটা প্ৰণালীৰ ভবিষ্যতে একো একোটা অৰ্থৰ প্ৰকাশ কৰা হয়। ধ্বনিসংযোগে স্বতন্ত্ৰীয়াকৈ কোনো অৰ্থ প্ৰকাশ কৰিলে তাক মুক্তৰূপ বোলা হয়। যেতিয়া ধ্বনিসংযোগে সুকীয়াকৈ অৰ্থৰ প্ৰকাশ কৰিব নোৱাৰে আৰু আন স্বাধীন ৰূপৰ লগত যুক্ত হৈহে অৰ্থৰ প্ৰকাশ কৰিব পাৰে তেতিয়া তেনে ধ্বনি সংযোগক যুক্তৰূপ বা বদ্ধৰূপ বোলা হয়। অসমীয়াত কিতাপ, কাগজ, কলম, ঘৰ, মানুহ আদি মুক্তৰূপ, তেনেকৈ, খা, যা, কৰ-আদিও মুক্তৰূপ। এইবোৰে সুকীয়াকৈ অৰ্থৰ প্ৰকাশ কৰিবলৈ সক্ষম। কিন্তু কিছুমান ৰূপ যেনে, —বোৰ, —খন, —খিলা —জন, – ইছিলো আদিৰ স্বতন্ত্ৰীয়া বা সুকীয়া অৰ্থ নাই। ইহঁতে ওপৰোক্ত মুক্তৰূপৰ সৈতে যুক্ত হৈহে, যেনে, কিতাপ-খন, কাগজখিলা, মানুহজন, ঘৰবোৰ, খাইছিলো, কৰিছিলো, গৈছিলো আদি অৰ্থ প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। ইয়াতো অৰ্থাৎ ৰূপসংযোগৰ এই ক্ষেত্ৰতো প্ৰণালীৰ আলম্বন লোৱা হৈছে। মনকৰিবলগীয়া যে, ঘৰ, কিতাপ, কাগজ আদি যুক্তৰূপৰ লগত—ইছিলো, ইছিলা, আদি যুক্ত-ৰূপ যুক্ত নহয়। অথবা এই যুক্তৰূপ বোৰ কিছুমান যুক্তৰূপৰ লগত যুক্ত হ'লেও সিবোৰে অৰ্থ ব্যঞ্জিত কৰিব নোৱাৰে। সকলো ভাষাৰে ৰূপ সংযোগৰ ক্ষেত্ৰত এনে প্ৰণালী থকাটো লক্ষ্য কৰা যায়। ভাষা-ভেদে ৰূপসংযোগৰ প্ৰণালী পৃথক পৃথক হয়।

### ১২৯ (খ) ২ বাক্যবিন্যাসাত্মক প্ৰণালী বা বাক্য গঠন প্ৰণালী

দৈনন্দিন জীৱনৰ কাজ-কৰ্ম সম্পাদন কৰিবলৈ আমি বাক্যৰ ৰূপতহে

বা মাধ্যমতহে ভাবৰ বিনিময় কৰোঁ। কেৱল ৰূপ বা ধ্বনিৰ মাধ্যমত নহয়। কেতিয়াবা অৱশ্যে এটা শব্দয়ো এটা বাক্যৰ কাম সম্পাদন কৰে কিন্তু তাৰ অন্তৰালতো এটা পূৰ্ণ বাক্য থাকে। ৰূপসংযোগৰ দ্বাৰা সৃষ্টি কৰা বাক্যসমূহত কেনেধৰণে, কি কি ক্ৰমত, ৰূপৰ ব্যৱহাৰ হয় তাৰো এক নিৰ্দিষ্ট প্ৰণালী আছে। ভাষাভেদে এই প্ৰণালীভিন ভিন হয়। উদাহৰণ স্বৰূপে, অসমীয়া ভাষাৰ বাক্য 'দিল্লী ভাৰতৰ ৰাজধানী' এই বাক্য-টো ইংৰাজী ভাষাৰ বাক্যগঠনৰ প্ৰণালী অনুসৰি 'Delhi is the Capital of India হ'ব। অসমীয়া ভাষাৰ বাক্যগঠনৰ প্ৰণালী অনুসৰি সজালে ওপৰোক্ত বাক্যটোৰ ৰূপসংযোগৰ ক্ৰম বা প্ৰণালী—'Delhi of India Capital' হ'ব আৰু তেতিয়া অৰ্থান্তৰ ঘটিব। তেনেদৰে, 'অনিলে ভাত খায়' এই ৰূপসংযোগৰ ক্ৰম অনুসৰি অনিলে ঘৰ যায়, বাক্যৰ সৃষ্টি কৰিব পৰা নাযাব। একেদৰে 'অনিলক কলম এটা লাগে' ৰূপসংযোগৰ আৰ্হিত যতীন বা অতীনক সুখ এটা লাগে' বাক্য অস-মীয়া ভাষাত ব্যৱহৃত নহ'ব। তেনেকৈ, 'আমি নাজানো' অসমীয়া ভাষাৰ এই বাক্যটোৰ আৰ্হিত বঙলা ভাষাৰ "আমরা না জানি" ৰ প্ৰয়োগ নহ'ব, হ'ব 'আমরা জানি না' এই ৰূপহে। ভাব বিনিময়ৰ একক, বাক্যৰ এই গঠন প্ৰণালী ভাষাভেদে পৃথক পৃথক। বাক্য-গঠনৰ এই প্ৰণালী অবিহনে ভাষা অৰ্থবহ বা অৰ্থব্যঞ্জিতকৰিব পৰা অৰ্হতাৰ অধিকাৰী নহ'ব।

## ১২৯ (খ) ৩ অৰ্থৰ প্ৰণালী

প্ৰত্যেক ভাষাতে ব্যৱহাৰ হোৱা বা ধ্বনি সংযোগৰ দ্বাৰা সৃষ্টি হোৱা ৰূপবোৰৰ অৰ্থ একে নহয়। সামাজিক পৰিবেশ আৰু পৰি-স্থিতিৰ ওপৰতহে ই বহুলাংশে নিৰ্ভৰশীল। ধ্বনি, ধ্বনিসমষ্টি আৰু তাৰ অৰ্থ যাদৃচ্ছিক। ফলস্বৰূপে পৃথিবীৰ বিভিন্ন ভাষাত, একেটা বস্তুকে বুজাবলৈ পৃথক পৃথক ধ্বনিৰ সংযোগে ঘটোৱা হৈছে। উদাহৰণ ( Morphological System ), বাক্যবিন্যাসাত্মক বা বাক্যগঠন প্ৰণালী

স্বৰূপে, অসমীয়া ভাষাত পানীক বুজাবলৈ পানী, বঙলা ভাষাত জল সংস্কৃত ভাষাত বাৰি, নীৰম, উদকাম আদি শব্দ আৰু ইংৰাজী ভাষাত ৱাটাৰ শব্দৰ ব্যৱহাৰ কৰা হৈছে। আকৌ কুকুৰ জন্তুটোক বুজাবলৈ অসমীয়া ভাষাত কুকুৰ, গুজৰাটী ভাষাত কুত্ৰো (Kutro), মাৰাঠী ভাষাত কুত্ৰ (Kutra), ইংৰাজী ভাষাত ডগ (Dog) শব্দৰ ব্যৱহাৰ কৰা হৈছে। প্ৰত্যেকটো ভাষাৰে শব্দবোৰৰ বা ৰূপবোৰৰ অৰ্থৰ পৰিধিও একে নহয়। উদাহৰণ স্বৰূপে অসমীয়া ভাষাত অৰণ্য আৰু ৰোদন এই দুয়োটা শব্দৰে স্বকীয়া অৰ্থ আছে। কিন্তু এই দুয়োটা শব্দ যুক্ত হৈ "এই গোটেইবোৰ গৈ থৈ অৰণ্য ৰোদনহে হ'লগৈ" বুলিলে সি এক স্বকীয়া অৰ্থ ব্যঞ্জিত কৰিব। সেইদৰে, 'খল' আৰু পুৱা এই দুয়োটা শব্দৰে স্বকীয়া স্বকীয়া অৰ্থ অসমীয়া ভাষাত পোৱা যায়। কিন্তু 'খলপুৱাতে হেমন্ত সাপেখাতীলৈ গৈছে' বুলিলে উপৰোক্ত দুয়োটা শব্দৰ অৰ্থ পৃথক হ'ব। তেনেকৈ 'নাড়ী' আৰু 'নক্ষত্ৰ' ৰ অৰ্থ স্বকীয়া, কিন্তু 'মই তেওঁৰ নাড়ী নক্ষত্ৰ জানো' বোলা-টোৱে মানুহজনৰ শৰীৰৰ অঙ্গ আৰু আকাশৰ নক্ষত্ৰক নুবুজাব। 'কাঠহাঁহি' শব্দই অসমীয়াত যি বুজাব ইংৰাজী ভাষাত তাক Wooden Smile ৰূপ দিলে, প্ৰকৃত অৰ্থ প্ৰকাশিত নহ'ব। ইংৰাজীত তাৰ অৰ্থ অধিক ব্যঞ্জিত হ'ব 'Icy smile' বুলিলেহে। বঙলা ভাষাত ইয়াৰ ৰূপ হ'ব 'কাষ্ঠহাসি'। অৰ্থৰ পৰিধি সকলো ভাষাতে একে নহয়। পৰিবৰ্তনৰ সোঁতত শব্দাৰ্থবো কেতিয়াবা পৰিবৰ্তন হয়। হিন্দী ভাষাত 'ধুৰন্ধৰ' শব্দই পূৰ্বতে পাৰ্গত, পাকৈত, কৰ্মপটু লোকক বুজাইছিল, অসমীয়া ভাষাত এই শব্দই এতিয়া 'বদমাচ' লোককহে বুজোৱা হৈছেগৈ। এনেদৰে দেখা যায় যে প্ৰত্যেক ভাষাৰে ৰূপ আৰু ৰূপ-সংযোগ আৰু তাৰ অৰ্থৰ সম্পৰ্ক নিৰ্ণয়ৰ একো একোটা নিজস্ব প্ৰণালী আছে। এই প্ৰণালীক ভাষাৰ অৰ্থৰ প্ৰণালী বা অৰ্থ প্ৰণালী বোলা হয়।

ওপৰোক্ত চাৰিওটা প্ৰণালীৰ এটা আনটোৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত। কেউটাৰে এটাক বাদ দি আনটোক পূৰ্ণাঙ্গৰূপত আলচ কৰিব পৰা নাযায়। স্বৰূপাৰ্থত, ধ্বনিৰ পৰিপ্ৰেক্ষিতত ওপৰোক্ত চাৰিওটা প্ৰণালীৰ প্ৰণালীবদ্ধ প্ৰয়োগেই ভাষা।

## ১ ২ মানুহ আৰু জীৱ-জন্তুৰ ভাৱ প্ৰকাশৰ মাধ্যম

একে প্ৰকৃতিৰ জীৱ জন্তু আৰু চৰাই-চিৰিকতিৰ মাজত ভাৱ-প্ৰকাশৰ বাবে কেতবোৰ মাধ্যম আছে। মানুহৰ দৰে জীৱ-জন্তু নাইবা চৰাই চিৰিকতিয়েও জীৱনৰ প্ৰাথমিক অভাব অভিযোগবোৰ পূৰণ কৰিবলৈ, ভোক শোক, খং, দুখ আদি সাৰ্বজনীন অনুভূতিক বুজাবলৈ মানুহৰ ভাষাৰ দৰেই কেতবোৰ মাতৰ আশ্ৰয় লয়। এনেবোৰ ক্ষেত্ৰত, জীৱ জন্তু নাইবা চৰাই চিৰিকতিয়ে কিছুমান স্বত প্ৰণোদিত শব্দৰ বা শব্দকোলাহলৰ আশ্ৰয় লয়। জীৱ-জন্তু আৰু চৰাই চিৰিকতিৰ ভাৱ বিনিময়ৰ মাধ্যমবোৰ পৃথক পৃথক। উদাহৰণ স্বৰূপে, মৌ-মাখিয়ে এক বিশেষ ধৰণৰ নাচৰ বা গতিৰ জৰিয়তে অন্যান্য মৌমাখিবোৰক মৌ থকা স্থানৰ সম্ভেদ দিয়ে। বান্দৰে আকৌ মুখেৰে শব্দ কৰি, ওঠলৰাই, মুখ আৰু হাত ভৰিৰ বিবিধ অঙ্গী ভঙ্গীৰে নিজৰ প্ৰজাতিৰ মাজত ভাৱৰ বিনিময় কৰে। চৰাই চিৰিকতিয়ে বিবিধ মাতৰ জৰিয়তে বিপদৰ জাননী, খাদ্যবস্তুৰ স্থিতিৰ সম্ভেদ লগৰ অন্য চৰাই চিৰিকতিক দিয়ে। কিন্তু মনকৰিব লগীয়া বিষয় এয়ে যে চিৰকাল এই জীৱ-জন্তুবোৰে একধৰণৰ শব্দ সৃষ্টিৰ জৰিয়তে নিজৰ নিজৰ মনোভাৱ ব্যক্ত কৰি আহিছে। ইহঁতৰ সংকেতবোৰ সীমিত আৰু একমাত্ৰিক। বিবিধ ধ্বনিৰ সৃষ্টি আৰু তাৰ সংযোগ ঘটোৱাৰ জৰিয়তে কোনো ধ্বনি বা শব্দৰ উত্তৰ প্ৰত্যুত্তৰ সিহঁতে দিব নোৱাৰে। জীৱ-জন্তুৰ ভাষা মানুহৰ ভাষাৰ দৰে সৃষ্টিশীল, পৰিবৰ্তনৰ যোগ্য আৰু সীমাহীন ৰূপলৈ প্ৰসাৰণশীল, জটিল বা যৌগিক নহয়। মানুহৰ ভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত থকা

সীমাহীন অৱস্থা জীৱ-জন্তুৰ ভাষাত নাই। মানুহৰ ভাষাত থকা বিবিধতা জীৱ-জন্তুৰ ভাষাত নাই। সৃষ্টিৰ আৰম্ভণিৰ পৰা পৃথিৱীৰ সকলো ঠাইৰে জীৱ-জন্তুৱে একে ৰূপ, একে ধৰণৰেই মনোভাৱ ব্যক্ত কৰি আহিছে। জীৱ-জন্তুৱে ব্যৱহাৰ কৰা মাতত কোনো নতুনত্ব নাই। মানুহে ব্যৱহাৰ কৰা ভাষা গঠনাত্মকভাৱে জটিল, যৌগিক, পৰিৱেশ পৰিস্থিতি আৰু ভৌগোলিক অৱস্থাৰ ওপৰত নিৰ্ভৰশীল। জীৱ-জন্তুৰ ভাষা কিন্তু তেনে নহয়। মানৱ শিশু এটাক জনকোলাহলৰ পৰা আঁতৰত ৰাখিলে, কোনো নিৰ্জন স্থানত ৰাখিলে, মানুহৰ সংস্পৰ্শ নাপালে কোনো পধ্যেই সি মানুহে কোৱা ভাষা শিকিব নোৱাৰিব। জীৱ-জন্তুৰ ক্ষেত্ৰত এই কাৰ্য স্বত প্ৰণোদিত, জন্মগত বিষয়। পৃথিৱীৰ যি কোনো স্থান কিম্বা যেনে ধৰণৰ পৰিৱেশতেই ৰখা নহওক কিয় মৌমাখি, কুকুৰ নাইবা অন্যান্য জীৱ জন্তুৱে একেধৰণৰে সংকেত বা প্ৰতীকৰ ব্যৱহাৰ কৰিব। জীৱ-জন্তুৰ ভাষা বাগধ্বনিযন্ত্ৰৰ দ্বাৰা বা বাগযন্ত্ৰৰে উচ্চাৰিত নহয়। বাগধ্বনি উৎপাদক বাগযন্ত্ৰৰ স্থিতি মানুহৰ ক্ষেত্ৰত এক মন কৰিব লগীয়া বিষয়। জীৱজন্তুৰ ক্ষেত্ৰত কিন্তু বনমানুহ আৰু বান্দৰৰ বাহিৰে আন বাৰৰ বাগধ্বনি উৎপাদক বাগযন্ত্ৰ নাই।[৭]

১ ২ ১০

মানসিক অৱস্থা আৰু সামাজিক পৰিৱেশৰ বিবেচনাৰে ক'ব পাৰি যে অমূৰ্ত্ত ৰূপৰ ভাষাই কোনো এক নিৰ্ধাৰিত, নিৰ্দিষ্ট পৰিৱেশত বক্তাৰ ভাষা কোৱাৰ অৰ্হতা বা যোগ্যতাৰ মানদণ্ড নিৰূপণ কৰে।

---

৭ The organs of speech by which humans produce sounds are a rare gift of Nature to man No other species except apes and monkeeys has been endowed with this gift —Radhey L Varshney

বক্তাই মানসিক অৱস্থানুসাৰে নিৰ্দিষ্ট পৰিৱেশত সীমাহীন ৰূপত অসংখ্য বাক্যৰ সৃষ্টি কৰিব পাৰে। এই কাৰ্যত বক্তাই সৃষ্টি কৰা শব্দ আৰু তাৰ অৰ্থৰ বিন্যাস, শব্দ আৰু অৰ্থৰ আভ্যন্তৰীণ সঙ্গতি ৰক্ষাৰ জৰিয়তেহে কৰে। ভাষাৰ এইদিশ বিচাৰ কৰি চালে, ভাষাক কেৱল মৌখিক কাৰ্য বুলিয়ে ক'ব পৰা নাযায়, ভাষা কোৱাটোৱে ভাষিক বক্তাজনৰ ভাষা সম্পৰ্কীয় অৰ্হতা বা যোগ্যতাকো নিৰূপণ কৰে।

ভাব বিনিময়ৰ বাবে ভাষাই আটাইতকৈ শক্তিশালী আৰু অদ্বিতীয় মাধ্যম। এই মাধ্যমৰ দুটা ৰূপ দেখা যায়। ইযাৰে প্ৰথমটো হ'ল মুখ্যৰূপ, কথিত বা মৌখিক ভাষা আৰু দ্বিতীয়টো হ'ল গৌণ ৰূপ বা সমতলত লিখি উলিওৱা সংকেত বা লিখিত ভাষা। মানুহে দৈনন্দিন জীৱনৰ বেছিভাগ কাম কাজ কথিত বা মৌখিক ভাষাৰে সম্পাদন কৰে। ভাষাৰ লিখিত ৰূপটো কথিত বা মুখ্যৰূপৰ পৰৱৰ্তী আৰু লিখিত ভাষা কথিত ভাষাৰে পৰিমাৰ্জিত ৰূপ।

মানুহৰ মনৰ ভাৱৰ বিনিময়কাৰ্য চাৰিটা প্ৰধান উপাদানৰ ওপৰত নিৰ্ভৰশীল। সেয়া হৈছে চেতনা বা আত্মা, বুদ্ধি, মন আৰু বায়ু।[৮] অচেতন বা চেতনাহীন বস্তু অসাৰ, ই বোধশক্তি আৰু বাকশক্তি উভয়ৰে পৰা বঞ্চিত। সেযে চেতনাহীন বস্তুৱে ভাষা ক'ব নোৱাৰে। উদাহৰণ স্বৰূপে ক'ব পাৰি যে কিতাপ এখন বা কলম এটাই কথা নকয়। চেতনা বা আত্মাৰ উপৰিও ভাষা ক'বৰ কাৰণে বুদ্ধিৰ আবশ্যক হয়। চেতনা আছে যদিও বুদ্ধি নথকা কাৰণে মৌমাখি বা কুকুৰে কথা ক'ব নোৱাৰে। চেতনা বা বুদ্ধি এই দুযোটাৰে অধিকাৰী হোৱা সত্বেও কথা ক'বৰ কাৰণে মন এটাৰ প্ৰয়োজন হয়। কথাক বলৈ মন নগলে, কথাকোৱাত অনিচ্ছুক বক্তাৰ দ্বাৰা ভাষাৰ সৃষ্টি নহ'ব। ধ্বনিৰ সৃষ্টি, ধ্বনিৰ সংযোগ আদিৰ

৮ E Sapir Language

দ্বাৰাইহে ভাষাৰ সৃষ্টি কৰি মনোভাৱ ব্যক্ত কৰাটো সম্ভৱ। এই ধ্বনিৰ সৃষ্টি কৰিবলৈ হ'লে বায়ুৰ প্ৰয়োজন হয়। কণ্ঠত আৰু বাগিন্দ্ৰিয়ৰ বিভিন্ন অংশত বায়ুপ্ৰৱাহে বাধা প্ৰাপ্ত হৈ ধ্বনিৰ সৃষ্টি কৰে। এই সৃষ্টিধ্বনি ভাষাৰ প্ৰাথমিক একক বা খোট। যিবোৰ জীৱৰ চেতনা বা আত্মা, বুদ্ধি, মন আৰু বায়ুৰ প্ৰয়োগৰ দ্বাৰা ধ্বনি সৃষ্টি কৰিব পৰা শাৰীৰিক অৰ্হতাৰ অভাৱ, সেইবোৰ জীৱই ভাষা ক'ব নোৱাৰে। মানুহ হৈছে এই কেউটা উপাদানেৰে সমৃদ্ধ একমাত্ৰ জীৱ।

ভাৱ বিনিময়ৰ বিষয়টো অন্য দুটা দিশৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াৰে এটা হ'ল ধ্বনন আৰু আনটো হ'ল শ্ৰৱণ। ভাৱ বিনিময়ৰ বাবে, প্ৰয়োজনীয় বাৰ্ত্তা বা প্ৰকাশ কৰিবখোজা মনৰ ভাৱ, ধ্বনি উৎপাদক উৎস বা বাৰ্তা তথা ভাৱৰ প্ৰেৰক, আৰু প্ৰেৰণ কৰা ধ্বনিসংকেতবোৰ গ্ৰহণ কৰোঁতা এজন সংগ্ৰাহক বা গ্ৰাহক বা শ্ৰোতাৰ জৰিয়তে ভাৱ বিনিময় বিষয়টোৰ এটা ব্যাখ্যা আগবঢ়াব পৰা যায়। ভাবৰ প্ৰেৰক বা গ্ৰাহক উভয়েই ওপৰোক্ত চেতনা বা আত্মা বুদ্ধি, মন আৰু বায়ুৰ প্ৰয়োগেৰে ধ্বনি উৎপাদন কাৰ্যত পটু জীৱ বা মানুহ হ'ব লাগিব। ভাবৰ প্ৰেৰক আৰু গ্ৰাহক উভয়েই ভাষা ক'ব পৰা অৰ্হতাৰ অধিকাৰী লোক হ'ব লাগিব। প্ৰথমজন বক্তা বা প্ৰেৰকে প্ৰেৰণ কৰা বাৰ্তা বা ভাৱে বায়ুতৰংগত কম্পনৰ সৃষ্টি কৰি গ্ৰাহক বা সংগ্ৰাহকৰ মনত, মগজুত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। সংগ্ৰাহকৰ মনত সৃষ্টি হোৱা প্ৰতিক্ৰিয়াক ধ্বনি তথা ধ্বনিসংযোগৰ দ্বাৰা সৃষ্ট ৰূপলৈ পৰিবৰ্তন কৰি, ৰূপসংযোগৰ দ্বাৰা সৃষ্ট বাক্যৰ মাধ্যমত পুনৰ প্ৰথমজন বক্তালৈ প্ৰেৰণ কৰে। প্ৰেৰক বা প্ৰথমজন বক্তাই মনৰ ভাবক ধ্বনিলৈ ৰূপান্তৰিত কৰা প্ৰক্ৰিয়াক বাণীবদ্ধকৰণ (Encoding) বুলি কোৱা হয়। গ্ৰাহক বা দ্বিতীয়জন বক্তাই যি প্ৰক্ৰিয়াৰ সহায়ত প্ৰথমজন বক্তাই প্ৰেৰণ কৰা ধ্বনিক সংগ্ৰহকৰি পুনৰ ভাবলৈ ৰূপান্তৰিত কৰে, সেই প্ৰক্ৰিয়াক

Decoding বা বাণী উদ্ধাৰকৰণ বুলি কোৱা হয়। Encoding আৰু Decoding দুয়োটা প্ৰক্ৰিয়াৰে ধৰ্ম পৰস্পৰ বিপৰীত। প্ৰথমজন বক্তা বা প্ৰেৰক দ্বিতীয় বাৰত সংগ্ৰাহক বা গ্ৰাহকলৈ পৰিবৰ্তিত হয়। ধ্বনন আৰু শ্ৰৱণৰ এই প্ৰক্ৰিয়াক ব্লুমফিল্ডে আঁকো উদ্দীপনা আৰু প্ৰতিক্ৰিয়া এই দুই জৈৱিক কাৰ্যৰ জৰিয়তে বৰ্ণনা কৰিছে। ব্লুমফিল্ডৰ বৰ্ণনা অনুসৰি 'জেক আৰু জিল ফুৰিবলৈ গৈছিল। বাটতে জিলৰ ভোক লাগিল। জিলে গছত এটা আপেল দেখিবলৈ পালে। জিলে ধ্বনিযন্ত্ৰৰ সহায়ত কিবা এটা ধ্বনিৰ উচ্চাৰণ কৰিলে। জেকে গছত উঠি আপেলটো আনি দিলে।' জিলৰ ভোক লগা গছৰ আপেলটো চকুত পৰা, জেক ওচৰত থকা আৰু ধ্বনি উচ্চাৰণৰ পূৰ্বৰ সমস্ত প্ৰক্ৰিয়াটোক উদ্দীপনা আৰু জিলৰ ধ্বনি উচ্চাৰণৰ পিচত হোৱা কাৰ্য জিলৰ ধ্বনিৰ প্ৰতিক্ৰিয়া।

ধ্বনন আৰু শ্ৰৱণ, উদ্দীপনা আৰু প্ৰতিক্ৰিয়া বাণীবদ্ধকৰণ ( Encoding ) আৰু বাণীউদ্ধাৰকৰণ ( Decoding )—এই সকলো কাৰ্য বিচাৰবুদ্ধি সম্পন্ন প্ৰাণী মানুহৰ ক্ষেত্ৰত ঘটি'লহে ভাবৰ বিনিময়ৰ জৰিয়তে ভাষাৰ সৃষ্টি হ'ব।

## ২ ভাষাবিজ্ঞান সংজ্ঞা আৰু প্ৰকৃতি

ভাষাৰ বিজ্ঞানসম্মত আলোচনা বা অধ্যয়নকে ভাষা বিজ্ঞান বোলা হয়। প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰি পোৱা যি কোনো জ্ঞান বা জ্ঞানৰ শাখাক বিজ্ঞানৰ শাৰীত ধৰা হয়, কল্পনা বা ভাৱ প্ৰৱণতাৰ স্থান ইয়াত নাথাকে। 'ভাষাবিজ্ঞান' ( Linguistics ) শব্দটোৰ উৎপত্তি লেটিন ভাষাৰ শব্দ 'Lingua' 'ভাষা, মাত বা কথা' আৰু 'istics' 'জ্ঞান বা বিজ্ঞান' শব্দৰ পৰা হৈছে। অৰ্থাৎ ভাষাৰ জ্ঞান বা বিজ্ঞান। R. E Allen সম্পাদিত The Oxford Dictionary of Current

English'[৯] ত ভাষা বিজ্ঞানৰ সংজ্ঞা দিয়া হৈছে এনেদৰে 'Study of Languages and their Structure ভাষাসমূহৰ আৰু সিহঁতৰ গঠনৰ অধ্যয়ন'। ভাষাবিজ্ঞানে কোনো এক বিশেষ ভাষাৰ অধ্যয়ন নকৰে। সামগ্ৰিক ভাৱে মানুহৰ দ্বাৰা সৃষ্ট, মানুহৰ ভাষাৰ অধ্যয়নহে কৰে। ভাষাবিজ্ঞানে মানুহৰ আচাৰ-ব্যৱহাৰৰ ভিতৰৰে বৈশিষ্ট্যপূৰ্ণ এটা বিষয় ভাষাৰ অধ্যয়ন, বিশ্বজনীনতাৰ পটভূমিত কৰে। ভাষাৰ সকলো ৰূপ আৰু তাৰ বস্তুধৰ্মী বিচাৰ বিশ্লেষণ, ( objective ) সম্ভৱপৰ সকলো পৰীক্ষণীয় পদ্ধতিৰ অৱলম্বন তথা সূক্ষ্ম বিচাৰ বিশ্লেষণৰ জৰিয়তে ভাষা বিজ্ঞানে কৰে। ভাষাবিজ্ঞানৰ পৰিসৰৰ অন্তৰ্গত বস্তু, মানুহে আয়ত্ব কৰি ল'ব পৰা আশ্চৰ্যজনক বিষয় 'ভাষা'। ভাষা-বিজ্ঞানৰ এইটো দিশৰ বিচাৰ কৰি চাই ক'ব পাৰি যে যি বিজ্ঞানে ভাষাৰ উৎস, গঠন গতি প্ৰকৃতি আৰু ক্ৰমবিকাশ বৰ্ণনাত্মক ভাৱে, ঐতিহাসিক ভাৱে আৰু তুলনামূলক ভাৱে অতিশয় সুস্পষ্টতাৰে কৰে তথা ভাষা সম্পৰ্কীয় সাধাৰণ নিয়মসমূহ নিৰ্দ্ধাৰণ কৰে, সেই বিজ্ঞানেই ভাষাবিজ্ঞান। ঐতিহাসিক বা ডায়ক্ৰনিক[১০] ভাষাবিজ্ঞানে কোনো এক ভাষাৰ বিভিন্ন সময়ৰ মাজেৰে হোৱা পৰিবৰ্ত্তনৰ বিষয়ে আলোচনা কৰে। উদাহৰণ স্বৰূপে, আধুনিক ভাৰতীয় আৰ্য ভাষা অসমীয়া, বঙলা, উৰিয়া আদিৰ উদ্ভৱ মূল সংস্কৃত নাইবা প্ৰাচীন ভাৰতীয় আৰ্য ভাষা ( Old Indo-Aryan Language ) ৰ পৰা কিদৰে হ'ল তাৰ আলোচনা ঐতিহাসিক ভাষা বিজ্ঞানৰ ভিতৰুৱা বিষয়। বৰ্ণনাত্মক[১১] বা ছিনক্ৰনিক ভাষা বিজ্ঞানে ( Synchronic Linguistics ) কোনো

---

৯ Linguistics Study of Languages and their Structure Oxford Dictionary page 427

১০ Diachronic

১১ Synchronic

ভাষাৰ, কোনো এক সময়ৰ প্ৰণালীবদ্ধ অধ্যয়ন কৰে। তুলনাত্মক[১২] ভাষাবিজ্ঞানে (Comparative Linguistics) দুটা বা তাতোকৈ অধিক ভাষাৰ গঠন প্ৰণালীৰ তুলনাত্মক আলোচনা দাঙি ধৰে।

ভাষাবিজ্ঞানে ভাষাৰ বিশ্লেষণাত্মক বৰ্ণনা আৰু তাৰ প্ৰণালীবদ্ধ শ্ৰেণী বিভাজন কৰে। ভাষা বিজ্ঞানীয়ে ভাষাৰ একক (Unit) সমূহ, ভাষাৰ ধ্বনি ব্যৱস্থাৰ স্বৰূপ, শব্দ আৰু বৰ্ণ, বাক্য, খণ্ডবাক্য আদি, প্ৰকৃতাৰ্থত ভাষাৰ গঠনৰ বিষয়ে সঠিক আৰু অতিশয় সু-স্পষ্টতাৰ শুদ্ধ বিৱৰণ দাঙি ধৰে।

## ২.২ ভাষাবিজ্ঞান বিজ্ঞান হয নে?

ভাষাৰ বিজ্ঞানসম্মত অধ্যয়নেই ভাষাবিজ্ঞান। বিজ্ঞানৰ অন্যান্য শাখাসমূহৰ দৰেই ভাষা বিজ্ঞানৰো গৱেষণা তথা অধ্যয়নৰ বাবে এক সুনিৰ্দিষ্ট বিষয় 'ভাষা' আছে। ভাষা মৃতই হওক বা জীৱিতই হওক, ইয়াৰ বস্তুধৰ্মী বিচাৰ বিশ্লেষণ (Objective), প্ৰামাণ্য সিদ্ধান্ত সমূহ, আৰু লক্ষ্যণীয়-পৰীক্ষণীয় বিচাৰসমূহ ইয়াৰ বিষয়ানুসৰি নিৰ্ধাৰণ কৰাটো ভাষাবিজ্ঞানৰ গণ্ডীৰ ভিতৰুৱা। অন্যান্য বিজ্ঞানৰ শাখাসমূহৰ ক্ষেত্ৰত ব্যৱহাৰ কৰাৰ দৰেই সকলোধৰণৰ সূক্ষ্ম আৰু পৰীক্ষণীয় বৈজ্ঞানিক পদ্ধতিৰ অৱলম্বন ভাষাবিজ্ঞানী সকলেও কৰে। এইবোৰৰ ফলাফল সততে আবেগবৰ্জিত আৰু সত্যক আশ্ৰয় কৰা ধৰণৰ হয়। উদাহৰণ-স্বৰূপে ক'ব পাৰি যে, কোনো এটা স্পষ্ট ধ্বনি বাগ্‌যন্ত্ৰৰ দ্বাৰা উচ্চাৰিত হ'ল বুলিয়ে ততালিকে এক সিদ্ধান্তত উপনীত হ'ব পৰা নাযায়। সেই স্পষ্ট ধ্বনিটোৰ উচ্চাৰণত কণ্ঠত বা বাগিন্দ্ৰিয়ৰ কোন কোন অংশত বায়ু প্ৰৱাহ কলিত (Modulated) হ'ল, বায়ু প্ৰৱাহ কোন কোন স্থানত বাধা প্ৰাপ্ত হ'ল—উচ্চাৰণ স্থানত, কণ্ঠত, নে কণ্ঠ আৰু উচ্চাৰণস্থান

---

১২ Comparative কোনো কোনো ভাষাতত্ত্ববিদে ঐতিহাসিক আৰু তুলনামূলক দুয়োটা শাখাৰ আলোচনাক একে নামেৰে অভিহিত কৰিছে।

উভয়তে, সেই বাধাৰ ধৰণ কেনে আছিল অৰ্থাৎ আংশিক নে সম্পূৰ্ণ ( Complete Closure ), উচ্চাৰণত নাসিকা বিবৰ (Nasal Cavity)ৰ ভূমিকা আছিল নে নাই এই সকলোবোৰ মিশ চালি-জাৰি চোৱাটোৰ প্ৰয়োজন হয়। তেনেদৰে ধ্বনিৰ উচ্চাৰণত যোৱাযোৱৰ নিৰূপণ, সুৰ আৰু শ্বাসাঘাত, মাত্ৰা, নাদ ( Sonority or Prominence ) আদিৰ প্ৰকৃত বিশ্লেষণৰ জৰিয়তেহে ধ্বনিৰ স্বৰূপ আৰু গুণাগুণ সম্পৰ্কত সিদ্ধান্তলৈ অহা হয়। ভাষাবিজ্ঞানী সকলে অন্যান্য বিজ্ঞানীসকলৰ দৰেই ভাষাবিষয়ক বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰত সাধাৰণ শ্ৰৱণ, ধ্বনিলিপি ( Phonetic Script ) প্ৰস্তুত আদি কাৰ্য সম্পন্ন কৰে। ভাষা-বিজ্ঞানী সকলে সম্পাদন কৰা বিভিন্ন ভাষাবিষয়ক পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ যন্ত্ৰ-পাতিৰ প্ৰয়োগ পৰ্যায়ক্ৰমে আৰু প্ৰয়োজনবশত কৰে। এনে যন্ত্ৰ-পাতি সমূহৰ ভিতৰত, অচিলো গ্ৰাফ ( Oscillograph ), চাউণ্ডস্পেক্ট্ৰগ্ৰাফ ( Sound Spectrograph ), কাইমোগ্ৰাফ ( Kymograph ), ক্ৰম'গ্ৰাফ (Chromograph) মাইনগ্ৰাফ (Minograph),লেৰিঙ্গোস্কোপ (Laryngoscope) এণ্ডস্কোপ (Endoscope), চ'ন'গ্ৰাফ (Sonograph), অট'ফ'ন গ্ৰাফ, অটোফ'ন' স্কোপ (Autophonoscope), ব্ৰেথিং ফ্লাস্ক (Breathing Flask), ষ্ট্ৰব'লেৰিঙ্গ'স্কোপ ( Strobolaryngoscope ), ইলেকট্ৰিক ভ'কেল ট্ৰেক্ট ( Electric Vocal Tract ) পিটচ মিটাৰ ( Pitchmeter ), ইনটেনচিটী মিটাৰ ( Intensity meter ) স্পিচ্ছ ষ্ট্ৰেট্চাৰ ( Speech Stretcher ), ফ'ৰমেণ্ট গ্ৰাফিং মেচিন (Formant Graphing Machine) আদিৰ ব্যৱহাৰ উল্লেখযোগ্য। এই যন্ত্ৰ-পাতি সমূহৰ সহায়ত বস্তুধৰ্মী, পুংখানুপুংখ বিচাৰ বিশ্লেষণৰ দ্বাৰা উদ্‌ঘাটিত বা নিৰূপিত সত্য প্ৰতিপাদন ভাষাবিজ্ঞানী সকলে কৰে। অন্য বিষয় সমূহৰ বিজ্ঞানীসকলে অৱলম্বন কৰা পৰীক্ষণ পদ্ধতিৰ দৰেই, ভাষা বিজ্ঞানী সকলেও ভাষাৰ ভিন্ন পৰিসৰৰ পৰীক্ষা-সম্পৰীক্ষাৰ দ্বাৰা ভাৰ

উপকল্পনা বা উপপাদ্য ( Hypothesis ) [১৩] প্ৰস্তুত কৰে, ভাষাৰ বিভিন্ন ক্ষেত্ৰ নিৰীক্ষণৰ দ্বাৰা তাৰ ভাষাতাত্ত্বিক পৰিসংখ্যা প্ৰস্তুত কৰে আৰু ভাষা সম্পৰ্কীয় সাদৃশ্য, বৈসাদৃশ্য, বৈপৰীত্য তথা পৰিঘটনা বোৰৰ আলমত ভাষা সম্পৰ্কীয় এক সাধাৰণীকৃত বিবৃতি প্ৰকাশ কৰে। পুনৰ সম্পাদন কৰা পৰীক্ষা নিৰীক্ষাৰ ভিত্তিত ইয়াৰ পৰৱৰ্তী স্তৰত দ্বিতীয় সাধাৰণীকৃত বিষয় সম্পৰ্কীয় বিবৃতি ভাষাবিজ্ঞানীসকলে প্ৰস্তুত কৰে আৰু এনেধৰণৰ সাধাৰণীকৃত বিবৃতি সমূহৰ ভিত্তি বা বুনিয়াদতে ভাষা-সম্পৰ্কীয় উপকল্পনা বা Hypothesis বোৰে গঢ় লয়গৈ। এইবোৰ উপকল্পনাকো পুনৰ পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰা বিশ্লেষিত কৰা হয় আৰু এইবোৰৰ ফলাফলৰ ভিত্তিত ভাষা সম্পৰ্কীয় সূত্ৰ বা Theory ৰ গঢ় দিয়া হয়। এই সূত্ৰৰ দ্বাৰা প্ৰতিষ্ঠিত তত্ত্ব সমূহৰ ভবিষ্যতে ভাষা সম্পৰ্কীয় পৰিঘটনাবোৰ, ভাষাবিজ্ঞানৰ গণ্ডীত বিবৃত কৰিব পৰা হয়। কোনো এজন ভাষাবিজ্ঞানীয়ে ইতিমধ্যে প্ৰমাণিত হোৱা, পৰীক্ষালব্ধ ভাষাবৈজ্ঞানিক তথ্য-পাতিৰে ভাষাবিজ্ঞানে সামৰিলোৱা কোনো এটা বিষয়ৰ ভাষাগত দিশৰ আগতীয়া সম্ভেদ দিব পাৰে আৰু কোনো নিৰ্দিষ্ট ভাষাৰ যথাৰ্থ তথ্য বিবৃত কৰিব পৰাকৈ এক সাধাৰণ সূত্ৰৰো উদ্ভাৱন কৰিব পাৰে। বিজ্ঞানৰ অন্যান্য শাখা সমূহ যিদৰে গতিহীন নহয় সেইদৰে ভাষা বিজ্ঞানো এক গতিহীন বিজ্ঞান নহয়। সময়ৰ সোঁতত, ভাষাবিজ্ঞানৰ বিষয় সম্পৰ্কিত দৃষ্টিভংগী আৰু আৱিষ্কৃত সৈদ্ধা-ন্তিক ৰূপবোৰৰ (Theoritical models) ক্ষেত্ৰবিশেষে সালসলনি ঘটিছে আৰু বিভিন্ন ধাৰণাই বিভিন্ন সময়ত স্থান লাভ কৰিছে। এই ক্ষেত্ৰত মন-কৰিবলগীয়া কথা এয়ে যে বিজ্ঞানৰ আনবোৰ শাখাত বিচাৰ বিশ্লেষণ, পৰীক্ষা সম্পৰীক্ষাৰ দ্বাৰাও সিদ্ধান্তত উপনীত হ'ব নোৱৰা বিষয় ক্ষেত্ৰবোৰ যিদৰে আছে সেইদৰে ভাষাবিজ্ঞানৰো তেনে ক্ষেত্ৰবোৰ সিদ্ধান্তত উপনীত হ'ব

---

১৩ David Crystal Linguistics'

নোহৰা বিবদমান বিষয় আছে। এনেধৰণৰ বিষয় ভাষাবিজ্ঞানীসকলৰ কাৰণে এতিয়াও গৱেষণা আৰু চৰ্চাৰ বিষয় হৈ আছে।

পদাৰ্থবিজ্ঞান, গণিতশাস্ত্ৰ, শৰীৰতত্ত্ব, প্ৰাণীবিদ্যা আদি বিজ্ঞানৰ বিভিন্ন শাখাৰ সৈতে ভাষাবিজ্ঞানৰ সম্বন্ধ ৰক্ষিত হৈছে। পদাৰ্থবিজ্ঞানৰ অন্যতম শাখা শ্ৰুতিবিজ্ঞান (Acoustics), মানুহৰ বাগ্‌যন্ত্ৰৰ বিভিন্ন অঙ্গৰ আলোচনা প্ৰসঙ্গত শৰীৰতত্ত্ব আৰু জীৱ-জন্তুৰ ভাব-বিনিময়ৰ মাধ্যমৰ আলোচনা প্ৰসঙ্গত প্ৰাণীবিদ্যাৰ (Zoology) সৈতে ভাষা-বিজ্ঞানৰ ঘনিষ্ঠ সম্বন্ধ ৰক্ষিত হৈ আহিছে। বিজ্ঞানৰ অন্যান্য শাখাসমূহৰ আলোচনাত বিশেষকৈ তিনিটা গুণৰ প্ৰতি চকু ৰখা হয়। সেই গুণকেইটা হ'ল (১) অতিশয় সুস্পষ্টতা (Explicitness) (২) বস্তুনিষ্ঠতা বা বস্তুধৰ্মিতা (Objectivity) আৰু (৩) প্ৰণালীবদ্ধতা (Systematicness)। ভাষাবিজ্ঞানে, ভাষাবিষয়ক প্ৰতিটো আলোচনাকে পুংখানুপুংখৰূপে অধ্যয়ন কৰি অতিশয় সুস্পষ্টভাৱে, সন্দেহ আৰু সংশয়হীনভাৱে উত্থাপন কৰে। মানুহে আয়ত্ত কৰা কাৰ্য 'ভাষা' এনে এক জটিল বিষয় যে তাক সু-শৃঙ্খলিত দৃষ্টিকোণৰ পৰা প্ৰণালীবদ্ধ ভাবেহে বিশ্লেষণ কৰাটো সম্ভৱ। কোনো এটা ভাষাৰ ধ্বনি, শব্দগঠন প্ৰণালী, বাক্য, অৰ্থতত্ত্ব নাইবা অৰ্থতত্ত্বৰ পৰাহে প্ৰথমতে আৰম্ভ কৰি শেহান্তত ধ্বনি বিষয়ক আলোচনা কোনো গৱেষক বা ভাষাবিদে কৰিব পাৰে কিন্তু যিদৰেই নকৰক কিয় তাৰো এক ক্ৰম বা প্ৰণালী (System) আছে। ভাষা-বিজ্ঞানৰ সকলোবোৰ আলোচনাতে এনে প্ৰণালীবদ্ধতা ৰক্ষা কৰা হয়। বস্তুধৰ্মী দৃষ্টিভঙ্গীৰে ভাষাবিজ্ঞানত, ভাষাবিজ্ঞানৰ বিষয়বোৰৰ বিশ্লেষণ কৰা হয়, ভাষাবিজ্ঞানীৰ ব্যক্তিগত ভাব, আৱেগ-অনুভূতি, বা প্ৰভাৱ স্থান তাত নাথাকে। ব্যক্তিগত ৰুচি অভিৰুচি, ধ্যান-ধাৰণাৰ স্থানো ইয়াত নাথাকে। পৰীক্ষা-নিৰীক্ষালব্ধ আৰু উদ্‌ঘাটিত সত্যক প্ৰতিপাদন কৰাটোহে ভাষাবিজ্ঞান আৰু ভাষা বিজ্ঞানীৰ উদ্দেশ্য আৰু লক্ষ্য। ভাষাবিজ্ঞানী আৰ, এইচ, ৰবিন্সে (R H Robins) বিজ্ঞান হিচাপে

ভাষাবিজ্ঞানৰ তিনিটা গুণৰ[১৪] কথা উল্লেখ কৰিছে, সেয়া হৈছে . (১) প্ৰাসঙ্গিক আৰু আনুষঙ্গিক সকলো বিষয়ৰ প্ৰতি সমগুৰুত্বৰে আলোচ্য বিষয়ৰ বিৱৰণ ক্ষমতা (২) যুগুতাই উলিওৱা প্ৰবিৱৰণৰ আভ্যন্তৰীণ সঙ্গতি আৰু পাৰস্পৰিক বিষয়ৰ বিৰোধহীনতা আৰু (৩) একেখিনি তথ্যকে প্ৰতিপাদন কৰা ক্ষুদ্ৰায়তন প্ৰবিৱৰণতকৈ, শব্দ-প্ৰয়োগত মিতব্যয়ী, সংক্ষিপ্ত প্ৰবিৱৰণৰ অধিক গুৰুত্ব, ইত্যাদি। ভাষাবিজ্ঞানৰ বিজ্ঞানসম্মততাৰ কথা কবিলে উল্লেখ কৰা এই কেয়োটা গুণে সামৰিছে। ডীনেনে (Dinnen) আকৌ ভাষাবিজ্ঞানক এক প্ৰকাৰৰ বৈজ্ঞানিক অধ্যয়ণ বুলি কৈছে আৰু তাত সন্নিৱিষ্ট হ'ব লগীয়া তিনিটা বিশেষ গুণৰ কথা উল্লেখ কৰিছে। সেয়া হৈছে, (১) গৱেষণা বা পৰীক্ষা-সম্পৰীক্ষালব্ধ ফলাফল (Empirical) (২) প্ৰকৃতাৰ্থ (Exact) আৰু (৩) বস্তুনিষ্ঠতা বা বস্তুধৰ্মিতা (Objective)। বিজ্ঞানৰ আন যিকোনো শাখাতে এইকেয়োটা গুণ থাকিবলগীয়া বা থকাটোৰ প্ৰাথমিক প্ৰয়োজন। অন্য এজন ভাষাবিজ্ঞানী R A Hall ৰ মত অনুসৰি ভাষাবিজ্ঞানক, ভূতত্ত্ববিদ্যাৰ দৰেই প্ৰাকৃতিক বিজ্ঞানৰ মাজৰ এক বিজ্ঞান বুলি কোৱা হয়। ক্ৰমবিকশিত মানৱ সভ্যতা, অত্যাধুনিক আৰু জটিলতৰ প্ৰযুক্তি কৌশলৰ আৱিষ্কাৰ হোৱাৰ সময়তো অৱশ্যে ভাষাবিজ্ঞানক এক বিশুদ্ধ বিজ্ঞানৰ অভিধা দিবগৈ পৰা হোৱা নাই। ভাষাবিজ্ঞানী R H Robins ৰ মতকে এই ক্ষেত্ৰত দোহাৰিব পৰা যায় যে ভাষাবিজ্ঞান হ'ল গৱেষণাবদ্ধ ফলাফলৰ সমষ্টি বা অভিজ্ঞানৰ এক বিজ্ঞান। ভাষাবিজ্ঞান অন্যান্য শাখাকৈ বহুক্ষেত্ৰত

---

১৪ Exhau t veness, the adequate treatment of all relevant mater als Consistency absense of contradiction between different parts of the total Statement and Economy whereby other things being equal a Shorter Statement or analysis employing fewer terms is to be preferred to one that is long r and more involved —R H Robins

পৃথক কিয়নো ইয়াৰ আলোচ্য বিষয় হ'ল সম্পূৰ্ণভাৱে এক মানৱীয কাৰ্য, যিটো এক প্ৰকাৰ সমাজবিজ্ঞানৰহে ভিতৰুৱা বিষয়। [15] অৱশ্যে 'ভাষাৰ বৈজ্ঞানিক অধ্যয়ন' এই সংজ্ঞা সকলো দিশৰে পৰা উপযুক্ত ভাষাবিজ্ঞানৰ সংজ্ঞা।

## ২.৩ ভাষাবিজ্ঞানৰ পৰিসৰ

একজন ভাষাবিজ্ঞানীয়ে ভাষাৰ কোন কোন ক্ষেত্ৰ আৰু কোন কোন দিশত আলচ কৰিব সেয়া ভাষা বিজ্ঞানৰ এক আলোচ্য বিষয়। সামগ্ৰিকভাৱে ভাষা মানুহৰ মনৰ ভাৱৰ প্ৰকাশ। মনৰ ভাৱৰ প্ৰকাশো সম্ভৱপৰ হয় ভাষাৰ জৰিয়তে। এই দিশৰ পৰা যদি বিচাৰ কৰি চোৱা হয়, তেতিয়াহ'লে ক'ব পৰা যায় যে ভাষাবিজ্ঞানে বা ভাষা বিজ্ঞানৰ পৰিসৰে বিশ্বৰ সকলো শাখাৰ জ্ঞান-বিজ্ঞানকে সামৰি লয়। আনহাতে, ভাষাবিজ্ঞান হ'ল ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়ন। তেনেস্থলতো আমাৰ মনত প্ৰশ্নৰ উদয় হয় যে ভাষাবিজ্ঞানে ভাষাৰ কোনধৰণৰ বৈশিষ্ট্য বা কোন ক্ষেত্ৰৰ প্ৰণালীবদ্ধ অধ্যয়ন কৰিব? এই প্ৰণালীবদ্ধ অধ্যয়নৰ ক্ষেত্ৰ বা ক্ষেত্ৰ পৰিধিনো কি? ভাষাবিজ্ঞানৰ বিজ্ঞানীসকলে মানুহে আয়ত্ত কৰি লোৱা এক জটিল মানৱীয় কাৰ্য ভাষাৰ অধ্যয়ন

---

১৫ R A Hall এ ভাষাবিজ্ঞানৰ স্থান প্ৰাকৃতিক বিজ্ঞান (Natural Science) আৰু সমাজ বিজ্ঞানৰ (Social Science, মাজত স্থাপন কৰিছে। Hall ৰ মতে ভূতত্ত্ববিজ্ঞান (Geology) ৰ স্থানৰ দৰেই ভাষাবিজ্ঞানৰ স্থান নিধাৰণ কৰিব পৰা যায়। Robins ৰ মতে ভাষাবিজ্ঞান হ'ল সমাজ বিজ্ঞানৰ অন্তৰ্ভুক্ত এক বিষয় আৰু ই গৱেষণালব্ধ ফলৰ বা বিভিন্ন পৰীক্ষা নিৰীক্ষাৰ ফলৰ এক সমষ্টি (Empirical Science)। ইয়াক অভিজ্ঞানৰ বিজ্ঞানো বুলিব পৰা যায়। Robins এ পুনৰ কৈছে যে 'ভাষাবিজ্ঞান অভিজ্ঞানৰ বিজ্ঞানৰ ভিতৰুৱা অন্যতম এক সমাজবিজ্ঞান। মানুহৰ আচাৰ-আচৰণৰ অন্যতম এটি বিষয় 'ভাষা'ৰ বিষয়ে ই আলচ কৰে, মানুহৰ লগতেই ভাষাবিজ্ঞানৰ বিষয় ক্ষেত্ৰও সম্পৰ্কিত, সেয়েহে 'সমাজবিজ্ঞানৰ অন্যতম' আৰু 'অভিজ্ঞানৰ বিজ্ঞান এই দুয়োটা সংজ্ঞাকেই ভাষা বিজ্ঞানৰ ক্ষেত্ৰত আগবঢ়াব পৰা যায়। অৱশ্যে সময়ৰ পৰিবৰ্তনৰ লগে লগে প্ৰযুক্তিবিদ্যাৰ জটিলতা আৰু অত্যাধুনিক প্ৰযুক্তিকৌশলৰ প্ৰয়োগ হ'বলৈ ধৰিছে। ভাষাবিজ্ঞানৰ গৱেষণাতো ইবোৰৰ প্ৰয়োগ হৈছে। কিন্তু সেয়ে হ'লেও ভাষাবিজ্ঞান এতিয়াও ভাষাসমূহৰ অধ্যয়নেই হৈ আছে।

কৰিব পাৰে, আৰু তাৰ পুংখানুপুংখ বৰ্ণনা দাঙি ধৰিব পাৰে। আলোচনা কৰিব খোজা ভাষাৰ লগত ওত প্ৰোত ভাৱে জড়িত বিষয় সমূহৰ ভাষাবৈজ্ঞানিক তথ্য-পাতি যুগুতোৱা, কথিত বা লিখিতৰূপত পোৱা ভাষাৰ বস্তুধৰ্মী বিচাৰ বিশ্লেষণ আগবঢ়োৱা আদি কাৰ্য ভাষা বিজ্ঞানীৰ কৰ্ম পৰিসৰৰ ভিতৰুৱা। ভাষাৰ বিভিন্ন সংঘটক বা উপাংশ (Component) আৰু ইবোৰৰ আভ্যন্তৰীণ সম্পৰ্ক, বিশ্বৰ অন্যান্য ভাষাসমূহৰ পটভূমিকাত বিচাৰ বিশ্লেষণ কৰিব পৰাটোৱে ভাষা-বিজ্ঞানৰ সঠিক পৰিসৰ বা ক্ষেত্ৰৰ নিৰ্দেশ দিয়ে। সাম্প্ৰতিক সময়ত জ্ঞান-বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে ভাষাবিজ্ঞানেও এনে এক পৰিসৰ লাভ কৰিছে যে ইয়াৰ সঠিক ক্ষেত্ৰ, আলোচ্য বিষয়সমূহৰ সঠিক নিৰ্দিষ্ট পৰিসৰ নিৰূপণ কৰাটো কঠিন হৈ পৰিছে। এই ক্ষেত্ৰত প্ৰখ্যাত ভাষাবিজ্ঞানী Jean Aitchison এ ভাষা বিজ্ঞানৰ পৰিসৰ বা ক্ষেত্ৰৰ বিষয়ে যুগুতোৱা নিম্নোক্ত চিত্ৰটোৱে, ভাষাবিজ্ঞানৰ পৰিসৰ সম্বন্ধে, এক স্পষ্ট আভাস আমাক দিব

সমাজ বিজ্ঞান (Sociology)




যোগাযোগ বিজ্ঞান (Communication Engenering)

চিত্রৰ কেন্দ্রত থকা বিষয় ধ্বনিবিজ্ঞানে ভাষাৰমূল একক ধ্বনিৰ উচ্চাৰণ, উচ্চাৰণ কৰোঁতে প্ৰয়োগ বা সঞ্চালিত হোৱা বাগিন্দ্রিয়-বাগ-যন্ত্রৰ বিবিধ অংশ, উচ্চাৰণৰ বিভিন্ন কৌশল, উচ্চাৰণৰ স্থান, ধ্বনিৰ লক্ষণ, আৰু ধ্বনিৰ গুণ আৰু স্বৰূপ, প্ৰকৃতি আদিৰ বিশদ আলোচনা কৰে। ধ্বনিতত্ত্বই (Phonology) ধ্বনিৰ উৎপাদন, গুণ আৰু প্ৰয়োগ বিধিৰ আলোচনা কৰে। ভাষাৰ ভাষাবৈজ্ঞানিক বৰ্ণনা আগবঢ়োৱা শাখাটো হ'ল ব্যাকৰণ (Grammer)। শব্দৰ অৰ্থৰ পৰিবৰ্ত্তন, পৰি-বৰ্ত্তনৰ ধাৰা, পৰিবৰ্ত্তনৰ কাৰণ শব্দৰ মৃত্যু আৰু নতুন শব্দৰ সৃষ্টি, তাৰ কাৰণ আদিৰ আলোচনা অৰ্থবিজ্ঞান (Semantics) ত কৰা হয়। এই কেউটা মূল শাখাক কেন্দ্ৰ কৰি সাম্প্রতিক সময়ত অন্যান্য কেতবোৰ শাখাৰ সৃষ্টি হৈছে। সেইবোৰৰ ভিতৰত মনস্তাত্ত্বিক ভাষাবিজ্ঞান ( Psycholingui stics ), সমাজ ভাষাবিজ্ঞান (socio-linguistics), গণিত শাস্ত্ৰ জৰিত ভাষা বিজ্ঞান (Mathematical linguistics), দৰ্শন শাস্ত্ৰীয় ভাষাবিজ্ঞান (Philosophical linguistics), নৃতাত্ত্বিক ভাষাবিজ্ঞান (Anthropological linguistics), ৰীতিবিজ্ঞান আৰু ভাষাশিক্ষা (Stylistics and languase teaching) ইত্যাদি উল্লেখযোগ্য।

## ২ 8 ভাষাবিজ্ঞানৰ স্তৰ (Linguistic Levels)

ভিন্ন স্তৰত ভাষাবিজ্ঞানৰ আলচ কৰা হয়। ভাষা বিজ্ঞানৰ ভিন ভিন সংজ্ঞা ভিন্নজনে আগবঢোৱাৰ দৰে, ভাষাবিজ্ঞানৰ আলোচনাৰ স্তৰ সম্বন্ধেও ভিন ভিন ব্যাখ্যা পোৱা গৈছে। ভাষাবিজ্ঞানী ৰবাৰ্ট হল (Robert Hall) এ ভাষাবিজ্ঞানৰ তিনিটা স্তৰৰ কথা উল্লেখ কৰিছে, সেয়া হৈছে •

১) ধ্বনিতত্ব ( বৰ্ণ বিজ্ঞান + ধ্বনি বিজ্ঞান)

২) ৰূপতত্ত্ব আৰু ৩) বাক্যতত্ত্ব।

আন এজন ভাষাবিজ্ঞানী হকেটে (Hockett) ভাষাবিজ্ঞানৰ পাচোঁটা স্তৰৰ কথা উল্লেখ কৰিছে, ইয়াৰ প্ৰথম তিনিটাক কেন্দ্ৰীয় উপপ্ৰণালী আৰু বাকী দুটাক তিৰ্যক (Peripheral) উপপ্ৰণালী বোলা হৈছে। সেয়া হৈছে :—

১) ব্যাকৰণগত পদ্ধতি (Grammatical system)

২) ধ্বনিতত্ত্বৰ পদ্ধতি (Phonological system)

৩) তিৰ্যকৰূপ গ্ৰাম বিজ্ঞান (Morphophonemics system)

৪) অৰ্থতাত্ত্বিক পদ্ধতি (Semantic system)

৫) বৰ্ণ বিজ্ঞানৰ বা বিশিষ্ট ধ্বন্যাত্মক পদ্ধতি (Phonemic system)[১৬]

অন্যএজন ভাষাবিজ্ঞানী R H Robins এ ধ্বনিতত্ত্ব (Phonology) ব্যাকৰণ (Gramn ar) আৰু অৰ্থতত্ত্ব (Semantics) এই তিনিটা স্তৰত ভাষাবিজ্ঞানৰ আলোচনাৰ কথা উল্লেখ কৰিছে।

উপৰোক্ত স্তৰ বিভাজন সমূহ ভাষাবিজ্ঞানৰ আলোচনাৰ সুবিধার্থে ভাষাবিজ্ঞানী সকলে কৰি লৈছে। 'ভাষা'ৰ দৰে এক জটিল মানবীয় কাৰ্যৰ আলোচনাত উপৰোক্ত স্তৰ বিভাজনে কোনোধৰণৰ দ্বন্দ্বহতাৰ সৃষ্টি নকৰে। উপৰোক্ত স্তৰ সমূহৰ আভ্যন্তৰীণ সঙ্গতিযে ভাষাবিজ্ঞান। পৃথক পৃথককৈও ওপৰোক্ত স্তৰ সমূহৰ ভাষাবৈজ্ঞানিক আলচ সম্ভৱ। অসমীয়া ভাষাৰ 'ভাষাবিজ্ঞান'[১৭] বিষয়ক প্ৰথম খন গ্ৰন্থৰ ৰচক ড° উপেন্দ্ৰ নাথ গোস্বামীদেৱে ছটা স্তৰৰ উল্লেখেৰে ভাষা বিজ্ঞানৰ

---

১৬ ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে, তিৰ্যক ৰূপ গ্ৰাম বিজ্ঞান' ইংৰাজীৰ Morpho phonemics ৰ অৰ্থান্তৰ হিচাপে ব্যৱহাৰ কৰিছে ড° গোলোক চন্দ্ৰ গোস্বামীয়ে phonemics ৰ অৰ্থান্তৰত বৰ্ণবিজ্ঞান শব্দৰ প্ৰয়োগ কৰিছে।

১৭ ভাষা বিজ্ঞান ড° উপেন্দ্ৰ নাথ গোস্বামী।

আলোচনা কৰিছে। সেই স্তৰসমূহ হ'ল:

(১) ধ্বনি বিজ্ঞান ( Phonetics )
(২) বিশিষ্ট ধ্বনি বিজ্ঞান ( Phonemics )
(৩) ৰূপগ্ৰাম বিজ্ঞান ( Morphemics )
(৪) তিৰ্যক ৰূপগ্ৰাম বিজ্ঞান ( Morphophonemics )
(৫) বাক্যবিন্যাসাত্মক বিজ্ঞান ( Syntactics )
(৬) অৰ্থবিজ্ঞান ( Semantics )

তেনেদৰে, ধ্বনি বিজ্ঞান বিষয়ক অসমীয়া ভাষাৰ প্ৰথমখন গ্ৰন্থ আৰু সৰ্বভাৰতীয় ক্ৰমত ৰচিত তৃতীয়খন গ্ৰন্থৰ [18] ৰচক ড° গোলক চন্দ্ৰ গোস্বামীদেৱে গঠন মূলক পদ্ধতি ( Formal or structural ) আৰু অৰ্থতত্ত্বমূলক পদ্ধতি ( Semantics ) এই দুয়োটা দিশৰ বিচাৰেৰে ভাষাবিজ্ঞানৰ আলোচনা কৰিছে। ভাষাৰ গঠন বা ৰূপৰ তিনিটা স্তৰ ( level ) ধ্বনিগত ( Phonetic ) শব্দগত ( morphemic ) আৰু বাক্যগত ( Syntactic )। এই তিনিওটা স্তৰতে হোৱা প্ৰয়োগ-বিধিক ধ্বনিতত্ত্ব ( Phonology ), ৰূপতত্ত্ব ( morphology ) আৰু বাক্যতত্ত্ব ( Syntax ) বোলা হৈছে।

## (১) ধ্বনি বিজ্ঞান ( Phonetics )

ভাষাৰ মূল প্ৰাথমিক একক হ'ল ধ্বনি। এই ধ্বনিৰ উচ্চাৰণ, ধ্বনি উচ্চাৰণ কৰোঁতে প্ৰয়োগ হোৱা বাগিন্দ্ৰিয় বা বাগযন্ত্ৰৰ অংশসমূহ, ধ্বনিসমূহ, উচ্চাৰণৰ বিবিধ কৌশল, উচ্চাৰণৰ ধৰণ, উচ্চাৰণৰ স্থান আদিৰ বিশদ আলোচনা ধ্বনিবিজ্ঞানৰ মূল বিষয়। ধ্বনিসমূহৰ লক্ষণ আৰু গুণ, এইবোৰৰ প্ৰকৃতি বা স্বৰূপ আদিৰ বিজ্ঞানসন্মত

---

১৮ গোস্বামী, ড° গোলোক চন্দ্ৰ : ধ্বনি বিজ্ঞানৰ ভূমিকা।

আলোচনা ধ্বনিবিজ্ঞানে কৰে। একাৰ্থত, ধ্বনিবিজ্ঞান এক বিশুদ্ধ শাৰীৰ বিজ্ঞান ( Pure Science ) যদিহে কেৱল কোনো এটা ভাষাৰ গণ্ডীত ইয়াৰ বিচাৰ কৰা নহয়। ধ্বনিলিপি তৈয়াৰ ( Phonetic Script ) ভাষা শিক্ষা, বাক্ প্ৰয়োগ ( Speech Therapy ) আৰু যোগাযোগৰ প্ৰযুক্তি বিদ্যাত ধ্বনিবিজ্ঞানৰ ব্যৱহাৰিক প্ৰয়োগ হয়।

ধ্বনিবিজ্ঞানক কেইবাটাও শাখাত ভাগ কৰা হৈছে (১) উচ্চাৰণাত্মক ধ্বনিবিজ্ঞান ( Articulatory Phonetics ) (২) শ্ৰুতিবিজ্ঞান ( Acoustics ) আৰু (৩) যান্ত্ৰিক বা পৰীক্ষামূলক ধ্বনিবিজ্ঞান (Experimental or Instrumental )। ধ্বনিসমূহৰ উচ্চাৰণকাৰ্যত বাগযন্ত্ৰৰ বিবিধ অংশৰ ভূমিকা আৰু সেই ভূমিকা অনুসৰি ধ্বনিসমূহৰ শ্ৰেণীবিভাজনৰ বিষয়ে আলচ কৰা বিজ্ঞানেই হৈছে উচ্চাৰণাত্মক ধ্বনিবিজ্ঞান ( Articulatory Phonetics )। বক্তাৰ মুখৰ পৰা উচ্চাৰিত হোৱা ধ্বনিবিলাকে বায়ুমণ্ডলত কেতবোৰ কম্পন বা ঢৌৰ সৃষ্টি কৰে। এই ঢৌবোৰে ( Wave ) শ্ৰোতাৰ বা গ্ৰাহকৰ কাণমাদলত আঘাত কৰে। কাণ-মাদলৰ স্নায়ুমণ্ডলীয়ে এই আঘাতৰ প্ৰতিক্ৰিয়া মগজুলৈ প্ৰেৰণ কৰে। মগজুত এই প্ৰতিক্ৰিয়াৰ স্বৰূপ ব্যাখ্যা হয। আৰু সেই ব্যাখ্যানুসৰি প্ৰকাশ হোৱা ভাৱ পুনৰ ধ্বনিৰ ৰূপত ওলাই আহে। তেতিয়া শ্ৰোতাই শুনে। বায়ুমণ্ডলত সৃষ্টি হোৱা এই ঢৌ ( Wave ) বা কম্পনাংক বা নিত্যতা আৰু গতিৰ আলোচনা যি বিজ্ঞানত কৰা হয় তাক শ্ৰুতি বিজ্ঞান ( Acoustics ) বোলা হয়। উচ্চাৰিত ধ্বনিৰ গুণ আৰু লক্ষণ, বাগিন্দ্ৰিয়ৰ বিভিন্ন অংশৰ সঞ্চালন বা ধ্বনি উচ্চাৰণত তাৰ ভূমিকা, উচ্চাৰণ স্থান আদি কেৱল শ্ৰৱণৰ দ্বাৰা নিৰ্ণয় কৰিব পৰা নাযায়। এই বোৰৰ প্ৰকৃত তথ্য উদ্‌ঘাটনৰ কাৰণে ভাষাবিজ্ঞানীসকলে বিভিন্ন যন্ত্ৰপাতিৰ আশ্ৰয় লয়। এই ধৰণে কৰা আলোচনাক যান্ত্ৰিক বা পৰীক্ষামূলক ( Instrumental ) ধ্বনিবিজ্ঞান বোলা হয়।

কোনো কোনো ভাষাবিজ্ঞানৰ আলোচকে ধ্বনিবিজ্ঞান ( Phonetics ) ক প্ৰধানকৈ তিনিটাভাগত ভগাই, পৰীক্ষামূলক বা যান্ত্ৰিক বা Laboratory Phonetics ক সুকীয়াকৈ আলচ কৰিছে। এনেদৰে কৰা শ্ৰেণীবিভাজনত (১) উচ্চাৰণাত্মক ধ্বনিবিজ্ঞান (২) শ্ৰুতিবিজ্ঞান আৰু (৩) শ্ৰৌতবিজ্ঞান ( Aud tory Phonetics ) এই তিনিটা মূল বিভাগৰ কথা উল্লেখ কৰা হৈছে। আনহাতে, সাধাৰণভাৱে ধ্বনি-বিজ্ঞানৰ আলোচনা আৰু চৰ্চাত ব্যৱহৃত সাধাৰণ ধৰণৰ প্ৰযুক্তিবিদ্যাৰ পৰা ইলেকট্ৰনিক প্ৰযুক্তি বিদ্যালৈকে ব্যৱহাৰ হোৱা সা-সৰঞ্জাম আদিক পৰীক্ষামূলক বা যান্ত্ৰিক ধ্বনি বিজ্ঞান বোলা হৈছে। এই সা-সৰঞ্জাম বোৰৰ সহায়ত ধ্বনিৰ উচ্চাৰণৰ কৌশল, গুণ আৰু লক্ষণ, বাগিন্দ্ৰিয়ৰ অংগ সঞ্চালনৰ স্বৰূপ আদি নিৰ্ণয় কৰিব পৰা হয়।

(২) বিশিষ্টধ্বনি বিজ্ঞান ( Phonemics )

কোনো এটা ভাষাত ব্যৱহাৰ হৈ থকা বা ব্যৱহৃত ধ্বনিবোৰৰ আটাইবোৰেই সমগুণসম্পন্ন লক্ষণ বা মৰ্যাদাৰ ফালৰ পৰা একে-গুণ বিশিষ্ট নহয়। কেতবোৰ ধ্বনি কোনো এক বিশেষ পৰিৱেশতহে ব্যৱহৃত হয়। কেতবোৰ ধ্বনিক পৰিবেশ একে থকা অৱস্থাত এটাৰ স্থানত আনটোক বহুৱাই দিলে তাত আৰোপ কৰা অৰ্থৰ পৰিবৰ্তন ঘটে। যি ধ্বনিৰ পৰিৱেশ একে থকা অৱস্থাত প্ৰযোগ কৰা সত্বেও, ভিন্নাৰ্থ ব্যঞ্জিত হয় সেইবোৰ ধ্বনিক বিশিষ্ট ধ্বনি ( Phoneme ) বোলা হয়। বিশিষ্ট ধ্বনিক ড° গোলোক চন্দ্ৰ গোস্বামীদেৱে 'বৰ্ণ' বুলি অভিহিত কৰিছে। বিশিষ্টধ্বনি বা বৰ্ণ বোৰক ( Phoneme ) আকৌ খণ্ডীয় বা বিভাজ্য বিশিষ্টধ্বনি আৰু অখণ্ডীয় বা অবিভাজ্য বিশিষ্ট ধ্বনি এই দুটা ভাগত আলচ কৰিব পৰা যায়। বিশিষ্ট ধ্বনিৰ নিৰ্বাচন বা নিৰূপণ প্ৰণালীৰ অধ্যয়নক বিশিষ্ট ধ্বনিবিজ্ঞান বোলা হয়।

### ৰূপগ্ৰামবিজ্ঞান ( Morphemics )

একাধিক ধ্বনিৰ সংযোগত সৃষ্টি হোৱা ৰূপ, ৰূপৰ গঠনত ব্যৱহাৰ হোৱা প্ৰকৃতি প্ৰত্যয় আদিৰ স্থান নিৰূপণ, সংজ্ঞা, ক্ৰিয়া, ক্ৰিয়া বিশেষণ, অব্যয়, আদিৰ বিভাজন তথা বচন, পুৰুষ, লিঙ্গ আদি বিষয়ৰ আলোচনা যি বিজ্ঞানত কৰা হয় সেই বিজ্ঞানক ৰূপগ্ৰাম বিজ্ঞান বোলা হয়। ৰূপ গঠন স্তৰৰ আলচ এই বিজ্ঞানৰ মূল বিষয়।

### তিৰ্যক ৰূপগ্ৰাম বিজ্ঞান ( Morphophonemics )

ধ্বনিসংযোগৰ দ্বাৰা সৃষ্ট ৰূপৰ লগত ৰূপৰ সংযোগ ঘটা স্থলতো ধ্বনিবোৰৰ কেতবোৰ গুণগত পৰিবৰ্তন সংঘটিত হয়। উদাহৰণ স্বৰূপ, 'ধাৰ' শব্দৰ লগত 'উৱা' প্ৰত্যয়ৰ সংযোগ ঘটিলে 'ধাৰ' ৰূপটোৰ গুণগত পৰিবৰ্তন ঘটে। একদৰে, 'বাঘ' ৰূপৰ লগত 'নী' প্ৰত্যয়ৰ সংযোগ ঘটিলে 'ঘ' ধ্বনিটোৰ গুণগত পৰিবৰ্তন ঘটে। অৰ্থাৎ কোনো প্ৰকৃতি বা ধাতুৰ পিচত প্ৰত্যয় বা বিভক্তি সংযুক্ত হ'লে প্ৰত্যয় বা বিভক্তিৰ প্ৰভাৱত পূৰ্বৰ ধাতু বা প্ৰকৃতিবোৰৰ গুণগত পৰিবৰ্তন ঘটে। ৰূপৰ লগত ৰূপৰ সংযোগ ঘটিলে, আৰু ধ্বনিৰ লগত ধ্বনিৰ সংযোগ ঘটি ৰূপৰ সৃষ্টি হওঁতে, ধ্বনিবোৰৰ গুণগত পৰিবৰ্তন সাধিত হয়। ধ্বনিসমূহৰ গুণগত পৰিবৰ্তনৰ এই আলোচনাক তিৰ্যক ৰূপগ্ৰাম বিজ্ঞান বোলা হয়। ধ্বনিসমূহৰ গুণগত পৰিবৰ্তনৰ ধৰণ অনুসৰি, সেই পৰিবৰ্তনৰ পদ্ধতিসমূহক সমীভৱন ( Assimilation ), যোগ ( Addition ), বিষমীভৱন ( Dissimilation ), ধ্বনি বিপৰ্যয় ( Metathesis ) লোপ ( Elision ) আদি নামকৰণ কৰা হৈছে।

## (৫) বাক্যবিন্যাসাত্মক বিজ্ঞান ( Syntactics )

ৰূপগঠনৰ পিছত, বিভিন্ন ৰূপৰ সংযোগ, সিহঁতৰ ক্রম, বাক্যৰ বিবিধ প্রকাৰ আদিৰ আলোচনা বাক্যবিন্যাসাত্মক বিজ্ঞানৰ ভিতৰুৱা বিষয়। ধ্বনিসংযোগৰ দ্বাৰা সৃষ্ট ৰূপ আৰু ৰূপসংযোগৰ দ্বাৰা সৃষ্ট বাক্য বিষয়ক আলোচনা বাক্যবিন্যাসাত্মক বিজ্ঞানে কৰে।

## (৬) অর্থবিজ্ঞান ( Semantics )

ভাষাত ব্যৱহৃত অর্থ ( meaning ) আৰু ইয়াৰ ভিন ভিন ৰূপৰ বিষয়ে কৰা আলচ অর্থবিজ্ঞানৰ ভিতৰুৱা। ৰূপ আৰু বাক্যই প্রকাশ কৰা অর্থৰ আলোচনা পূর্বত দর্শনশাস্ত্র আৰু তর্কশাস্ত্রৰ জৰিয়তে কৰা হৈছিল। সম্প্রতি অর্থ সম্পর্কীয় আলচ ভাষাবিজ্ঞানৰ গণ্ডীত কৰা হয়।

## ২ ৫ ভাষাৰ কার্য

ভাষাৰ কার্য সম্বন্ধীয় ধাৰণাৰ কথাও এই প্রসঙ্গত উল্লেখযোগ্য। ভাষাৰ গাঁথনিক ( the structural ), পদার্থগত ( the material ) আৰু পৰিবেশজনিত ( the environmental ) অৱস্থাৰ ওপৰত নির্ভৰ কৰা কার্যই সুকীয়াকৈ ভাষাবিজ্ঞানৰ তিনিটা স্তৰৰ সূচনা কৰিছে। সেয়া হৈছে, সাৰ বা Substance, সাকাৰ বা Form আৰু তাৰ নিহিত অর্থ বা Context। ভাষাৰ প্রাথমিক উপাদান বা 'কেচ'। মাল'ৰ দৰে অংশখিনিয়েই হৈছে substance বা সাৰ অংশ। এই 'সাৰ' অংশক ধ্বন্যাত্মক বা শ্রব্যমান ( Auditory ) ৰূপত আৰু দৃশ্য-মান বা ( Visual ) ৰূপত পোৱা যায়। ভাষাৰ আভ্যন্তৰীণ গঠন বা সংগঠনেই হ'ল ৰূপ বা সাকাৰ ( Form )। ই একেলগে ব্যাকৰণ

( Grammar ) আৰু কোশ ( Lexis ) ৰ সমষ্টি। ৰূপ বা সাকাৰ ( Form ) আৰু পৰিৱেশজনিত অৱস্থা ( Situation ) ৰ সমষ্টিয়ে হ'ল নিহিত অৰ্থ বা Context। ইয়াৰ অৰ্থ ( অৰ্থতত্ত্ব ) বুলিও জনা যায়। ভাষাৰ অধ্যয়নৰ কাৰণে ভাষাবিজ্ঞানে এই কেয়োটা স্তৰতে আলচ কৰে।

## ২ ৬ ভাষাৰ গঠন

ভাষাৰ গঠন প্ৰণালী এক জটিল বিষয়। ধ্বনি আৰু ধ্বনি সমষ্টি, তাত আৰোপিত অৰ্থ অথবা ভাৱৰ প্ৰকাশ আৰু তাৰ সাৰ ( Context ) অংশৰে ভাষাৰ আভ্যন্তৰীণ গঠন সম্পূৰ্ণ হৈছে। উচ্চাৰিত ধ্বনি আৰু ভাৱৰ প্ৰকাশ ( Expression ) দুয়োটাৰ কোনো এটাই একাকীভাৱে ভাষা হ'ব নোৱাৰে বা ভাষাৰ সৃষ্টি কৰিব নোৱাৰে। ভাৱৰ প্ৰকাশ ( Expression ) আৰু ধ্বনিৰ উৎপাদন, ধ্বনিসংযোগৰ কৌশল, শব্দ, বাক্য আৰু তাৰ অনুধাৱন সাপেক্ষে ( কথা কোৱা, শুনা, অনুভৱ কৰাৰ জৰিয়তে ) উপলব্ধ অৰ্থৰ প্ৰয়োজন হয়। সামাজিক পৰিৱেশ বা অৱস্থা অনুযায়ী পৰম্পৰাগতভাৱে আহৰণ কৰি অহা অৰ্থ ( meaning ) আৰু ভাষাত তাৰ প্ৰয়োগেৰে মানুহে দৈনন্দিন জীৱনৰ কাম-কাজ সম্পাদন কৰে—ভাৱৰ আদান-প্ৰদানৰ জৰিয়তে। ভাৱৰ প্ৰকাশৰ বাবে ব্যৱহৃত ৰূপ আৰু তাৰ পৰিৱেশৰ সমষ্টিয়ে হ'ল সাৰ বা Content। আনহাতেদি ভাৱৰ পূৰ্ণ প্ৰকাশৰ ( Full Expression ) সূক্ষ্ম গোট বা একক ( Unit ) হ'ল—বাক্য। বাক্য (Sentence) আকৌ শব্দ, বাক্যাংশ (phrase)আৰু খণ্ডবাক্য (Clause) ৰে গঠিত। শব্দই তাৰ গাঁঠনিক প্ৰক্ৰিয়াৰ জৰিয়তে অৰ্থপূৰ্ণ বা অৰ্থ-প্ৰকাশক বাক্য গঠন কৰি লয়। শব্দ গঠিত হয় আকৌ প্ৰাকৃতি (Stem), উপসৰ্গ (Prefixes) প্ৰত্যয় (Suffixes) আদিৰ দ্বাৰা। ভাৱৰ প্ৰকাশৰ

বাবে ব্যৱহৃত এই ক্ষুদ্ৰ বা সূক্ষ্ম একক আকৌ 'ৰূপগ্ৰাম'[১৯] ( Morpheme ) ৰ সৈতে সংযোজিত হৈ থাকে। 'ৰূপগ্ৰাম'[২০] ( Morpheme ) গঠিত হয় বিশিষ্ট ধ্বনি বা বৰ্ণৰে ( Phoneme )। ধ্বনিৰ ক্ষুদ্ৰ অংশ এটায়ো এটা শব্দক আন এটা শব্দলৈ, একে পৰিৱেশজনিত অৱস্থাতো ৰূপান্তৰিত কৰিব পাৰে। উদাহৰণ স্বৰূপে— / ক /, / ফ /, / ত /, / ভ / আদি ধ্বনিকেইটাৰ কাল, ফাল, তাল ভাল আদি শব্দত হোৱা প্ৰয়োগত, অৰ্থৰ বিভিন্নতা সূচাইছে। মূলতঃ উচ্চাৰিত ধ্বনি আৰু তাৰ অৰ্থ অথবা ভাৱৰ 'প্ৰকাশ আৰু সাৰ অংশৰ দ্বাৰা ভাষাৰ জটিল গঠন প্ৰক্ৰিয়া সম্পূৰ্ণ হয়। □

---

১৯ 'Morpheme' ৰ অৰ্থান্তৰত ড° উপেন্দ্ৰ নাথ গোস্বামীদেৱে 'ৰূপগ্ৰাম' আৰু ড° গোলোক চন্দ্ৰ গোস্বামীদেৱে 'প্ৰাকৃতি' ৰ ব্যৱহাৰ কৰিছে। ড° বাবেশ্বৰ শ' ই 'ৰূপিম' বঙলা প্ৰতিশব্দ হিচাপে ব্যৱহাৰ কৰিছে।

২০ Morphemes are the smallest individually meaningful elements in the utterances of a language —Hockett Charles F

## ২.৭. ভাষাবিজ্ঞান আৰু তৎসংশ্লিষ্ট ক্ষেত্ৰ

### ২ ৭ ১ ভাষাবিজ্ঞান আৰু সাধাৰণ বিজ্ঞান

কোনো বিষয়ৰ প্ৰত্যক্ষীভূত জ্ঞান আৰু তাৰ প্ৰণালীবদ্ধ অধ্যয়নেই হৈছে বিজ্ঞান। প্ৰণালীবদ্ধভাৱে অধ্যয়ণ কৰি পোৱা যি কোনো জ্ঞান বা জ্ঞানৰ শাখাক বিজ্ঞানৰ শাৰীত ধৰা হয়। মানুহৰ আয়ত্বাধীন 'ভাষা'ৰ প্ৰণালীবদ্ধ অধ্যয়ন কৰোতা ভাষাবিজ্ঞানীসকলে সাধাৰণ বিজ্ঞানৰ কেইবাটাও শাখাৰ লগত (যেনে, পদাৰ্থবিজ্ঞান, শৰীৰতত্ত্ব, জীৱবিদ্যা, প্ৰাণীবিদ্যা) সম্পৰ্ক ৰক্ষা কৰিব লগা হয়। ধ্বনি উচ্চাৰণত উৎপন্ন ঢৌ (Wave) ৰ নিত্যান্তা, বাগ্‌যন্ত্ৰৰ আকৃতি-প্ৰকৃতি আৰু মানুহভিন্ন অন্যান্য জীৱ জন্তুসমূহৰ পাৰস্পৰিক যোগাযোগৰ মাধ্যম সম্পৰ্কীয় আলোচনাত পৰ্যায়ক্ৰমে পদাৰ্থবিদ্যা, শৰীৰতত্ত্ব আৰু প্ৰাণীবিজ্ঞানৰ অধ্যয়ণ[২১] ভাষাবিজ্ঞানীসকলে কৰে।

মানুহৰ মনৰ ভাব বিনিময়ৰ মাধ্যম 'ভাষা'ৰ প্ৰাথমিক একক ধ্বনি উৎপন্ন হওঁতে উদ্ভৱ হোৱা ঢৌ (wave) বোৰৰ কম্পনাংক বা নিত্যান্তা (frequency) আৰু গতিৰ বিষয়ে প্ৰণালীবদ্ধ আলচ বা গৱেষণা শ্ৰুতিবিজ্ঞানত (Acoustics) কৰা হয়। শ্ৰুতিবিজ্ঞান এহাতে পদাৰ্থ-বিজ্ঞানৰ আলোচ্য ক্ষেত্ৰসমূহৰ ভিতৰৰা আৰু আনহাতে ভাষা বিজ্ঞানৰ আলোচনাতো এই শাখাৰ অৱদান অপৰিহাৰ্য। শ্ৰুতিবিজ্ঞানৰ অন্তৰ্গত বিষয়সমূহৰ আলোচনাত আৰু গৱেষণা কাৰ্যত, যাৱতীয় যন্ত্ৰ-পাতি আৰু গৱেষণাগাৰৰ প্ৰয়োজন হয়। মানুহভিন্ন, অন্যান্য জীৱ-জন্তুবোৰৰ

---

২১ বিশেষক্ষেত্ৰ নিৰ্দ্দিশেষে।

ভাষা কোৱাব অৰ্হতা নাই।[২২] ভাষা ক'ব নোৱাৰা সত্বেও জীৱ-জন্তু সমূহে পৰস্পৰৰ মাজত কেতবোৰ ভাৱৰ আদান-প্ৰদান ঘটায়। মানুহ আৰু জীৱ-জন্তুৰ মনৰ ভাৱ বিনিময়ৰ ক্ষেত্ৰত থকা সাদৃশ্য আৰু বৈসাদৃশ্য, পৰিলক্ষিত হোৱা বৈসাদৃশ্যবোৰ নিৰ্ণয়, জীৱ-জন্তুৰ বাগযন্ত্ৰৰ আকৃতি-প্ৰকৃতি সম্বন্ধে জ্ঞান আহৰণ কৰা আদি কাৰ্যত ভাষাবিজ্ঞানী সকলে জীৱ বিজ্ঞানীসকলৰ (Biologist) সহায় ল'ব লগা হয়। ধ্বনি উচ্চাৰণ কৰোতে ব্যৱহাৰ হোৱা বাগিন্দ্ৰিয়বোৰৰ বৰ্ণনা, ধ্বনি উচ্চাৰণৰ স্থান, ধ্বনি উচ্চাৰণৰ প্ৰকাৰ আৰু তাৰ কৌশল, বায়ুপ্ৰৱাহৰ আগমণ আৰু নিৰ্গমনৰ পথ নিৰ্দেশ, মুখবিবৰ, নাসিকাবিবৰ, স্বৰতন্ত্ৰী (Vocal cords), কোমল তালু, জিভা, দাঁত, ওঠ আদিৰ ধ্বনি উচ্চাৰণত থকা ভূমিকা আদি নিৰ্দ্ধাৰণ কৰোতে ভাষা বিজ্ঞানীসকলে জীৱ-বিজ্ঞানীসকলৰ যুটীয়া প্ৰচেষ্টা চলোৱাৰ প্ৰয়োজন হয়।

জ্ঞানৰ বিভিন্ন শাখাৰ অধ্যয়নৰ ভিতৰতো এক প্ৰণালী বা পদ্ধতি জড়িত হৈ আছে। প্ৰণালীবদ্ধভাৱে, কোনো এক বিষয়ৰ অধ্যয়ন কৰোঁতে লোৱা 'প্ৰণালী'ৰ আশ্ৰয়ৰ বিষয়ে অধ্যয়ন কৰা জ্ঞানৰ শাখাটো হ'ল—Methodology ভাষা বিজ্ঞানৰ পৰিসৰে সামৰি লোৱা বিভিন্ন ক্ষেত্ৰৰ আলোচনাত লোৱা Methodology ৰ সহায়ে, ভাষাবিজ্ঞানক অধিক পুংখানুপুংখ, বিজ্ঞানধৰ্মী আৰু বস্তুনিষ্ঠ (Objective) কৰি তুলিছে।

---

22 From time immemorial, the animals and spirits of folk-lore have had human characteristics thrust upon them, including always the powar of speech But the cold facts are that man is the only living species with this power, and that no other living species can reasonably be presumed to have had the power at some earlier time and to have lost it since

—Hockett Charles F

ভাষাবিজ্ঞানৰ সৈতে সাহিত্যৰ ওতপ্ৰোত সম্বন্ধ ৰক্ষিত হৈ আছিছে। ভাষাবিজ্ঞানীসকলে কোনো এটা ভাষাৰ অধ্যয়ন কৰিবলৈ যাওঁতে, সেই ভাষাৰ জন্ম আৰু ক্ৰমবিকাশৰ ইতিহাস নিৰূপণ কৰাৰ স্বৰত, ভাষাটোৰ লিখিত ৰূপৰ সাহিত্যৰ সহায় ল'ব লগা হয়। 'সাহিত্য' বা 'Literatureৰ অৰ্থ সাধাৰণতে 'Books and writings of a country or a place' বুলি ধৰা হয়। চিত্ৰকলা, ভাস্কৰ্য, সঙ্গীত আৰু নাটকৰদৰেই সাহিত্যকো এক কলাৰূপ হিচাপে ধৰা হয়। অন্যান্য কলাৰূপ ( Art Form ) সমূহতকৈ কেৱল মাধ্যমৰ ক্ষেত্ৰত সাহিত্যৰ স্থান কিছু পৃথক, সেই মাধ্যম হৈছে ভাষাৰ মাধ্যম। কলাৰ অন্যান্য ৰূপসমূহৰ স্বকীয়া স্বকীয়া প্ৰকাশভঙ্গী থকাৰ দৰে ভাষাৰো এক স্বকীয়া প্ৰকাশভঙ্গী আছে। মানুহৰ মনৰ ভাৱ, আৱেগ অনুভূতি, চিন্তা চৰ্চাৰ সৃজনীশীল দিশৰ নান্দনিক ৰূপায়ণ ভাষাৰ মাধ্যমত সাহিত্যত লিপিবদ্ধ হৈ ৰয়। মৌখিক (Oral) আৰু লিখিত (Written) সাহিত্যৰ এই দুয়োটা ৰূপতে এই ৰূপায়ণ সম্ভৱপৰ। কোনো এটা ভাষাৰ সাহিত্যিক নিদৰ্শনসমূহ বিশ্লেষণ কৰি চালে, এজন মানুহ, এখন সমাজ আৰু তাৰ ভবিষ্যতে এটা জাতিৰ অতীত বৰ্তমানৰ সম্যক প্ৰতিচ্ছবি এখন ফুটি উঠে। আকৌ, সাহিত্যিক নিদৰ্শন সমূহৰ মাজতে বা সাহিত্যিক নিদৰ্শন সমূহৰ মাধ্যমতে কোনো এটা ভাষা সংৰক্ষিত হয়। ভাষাৰ অধ্যয়ণ কৰিবলৈ যাওঁতে, ভাষাবিজ্ঞানীসকলে সেয়েহে ভাষা এটাৰ সাহিত্যিক নিদৰ্শনৰ সহায় ল'ব লগা হয়। উদাহৰণ স্বৰূপে, সংস্কৃত বা ব্ৰজবুলি ভাষাৰ অধ্যয়ণ কৰিবলৈ যাওতে, সেই সেই ভাষাৰ সাহিত্যিক নিদৰ্শনৰ অধ্যয়ণ কৰাৰ বাহিৰে, ভাষাবিজ্ঞানীজনৰ সমুখত অন্য কোনো গত্যন্তৰ নাথাকে। সাহিত্যিক নিদৰ্শন সমূহৰ পৰাই ভাষাবিজ্ঞানী এজনে ভাষাটোৰ বৈয়াকৰণিক নীতি নিয়ম আৰু

ব্যাকৰণসিদ্ধ প্ৰণালীসমূহৰ বিষয়ে জ্ঞান আহৰণ কৰে। ভাষাটোৰ শব্দ গঠন প্ৰক্ৰিয়া বা পদ্ধতি আৰু শব্দৰূপৰ বিবিধতা, অন্ত্যমিল (Rhyme), লয় (Rhythm), ছন্দ, শ্বাসাঘাত (Stress), সুৰলহৰ আদিৰ জ্ঞানৰ বাবেও সাহিত্যিক নিদৰ্শন সমূহৰ অধ্যয়ণ কৰাটো ভাষাবিজ্ঞানী এজনৰ ক্ষেত্ৰত অতি প্ৰয়োজনীয় হৈ পৰে। ধ্বনিৰ উচ্চাৰণৰ প্ৰভাৱ বিস্তাৰ কৰা আপেক্ষিক বায়ুচাপ (শ্বাসাঘাত) ধ্বনি উৰ্চ্চাৰণত বাবে প্ৰয়োজন হোৱা কাল বা সময়ৰ আপেক্ষিকত্ব (দৈৰ্ঘ) ধ্বনিগুন বা ধ্বনি আৰু শব্দৰ লয়, ভাষাভেদে ব্যৱহৃত শব্দ বা অক্ষৰৰ সুৰ আৰু ভাষাভেদে (অসমীয়া, ইংৰাজী ইত্যাদি) ব্যৱহৃত সমগ্ৰ বাক্যৰ সুৰসমষ্টি (সুৰলহৰ) ৰ বৈশিষ্ট্য আদিৰ জ্ঞানৰ বাবে ভাষা-বিজ্ঞানীসকলে কোনো এটা ভাষাৰ সাহিত্যিক নিদৰ্শনৰ ওচৰ চাপিব লগা হয়। কাব্যত ব্যৱহৃত শব্দ-শব্দাংশবোৰৰ কেতবোৰ বিশেষ বিশেষ পদ্ধতিত বিন্যাস কৰিলেহে সিবোৰ শ্ৰুতিমধুৰ আৰু স্পষ্ট হয়। যিবোৰ পদ্ধতিৰ প্ৰয়োগত শব্দাংশবোৰৰ বা শব্দবোৰৰ ধ্বনিগত বৈশিষ্ট্য আৰু সৌন্দৰ্য উপলব্ধ হয় সেইবোৰ পদ্ধতিক ছন্দ (Metre) বোলা হয়। কোনো এটা ভাষাৰ সাহিত্যিক নিদৰ্শন সমূহত ব্যৱহৃত শব্দ শব্দাংশৰ বিন্যাস পদ্ধতিৰ প্ৰকাৰভেদ আৰু তাৰ জ্ঞানৰ বাবে লিখিত নিদৰ্শন বা মৌখিক পৰম্পৰাগত নিদৰ্শনৰ সহায় লোৱা হয়। সাধাৰণতে কোনো মহৎ লোকৰ সাহিত্য নিদৰ্শন আৰু পৰম্পৰাগত ভাৱে প্ৰচলিত হৈ অহা মৌখিক সাহিত্যসম্ভাৰক এনে ধৰণৰ প্ৰণালী-বদ্ধ অধ্যয়নৰ আধাৰ হিচাপে লোৱা হয়।

ভাষাৰ পাৰ্থক্য থকাৰ দৰে ভিন ভিন সাহিত্যৰ মাজতো পাৰ্থক্য থাকে। উদাহৰণ স্বৰূপে, সংস্কৃত ভাষাৰ সাহিত্যিক নিদৰ্শনবোৰ ছন্দো-ৱদ্ধৰচনাৰ, প্ৰবন্ধ-নিবন্ধ আদি ৰচনাৰ শাখা সংস্কৃত সাহিত্যত নাই আন-হাতে ইংৰাজী সাহিত্যত সংস্কৃতৰ এই ব্যতিক্ৰম নাই। এক বিশিষ্ট গাঁঠনিক বৈশিষ্ট্য সংস্কৃত ভাষাৰ আছে, ইংৰাজী ভাষাত আকৌ সেই বৈশিষ্ট্য

নাই। সংস্কৃত ভাষা যোগাত্মক, শ্লিষ্ট আৰু বহির্মুখী যদিও প্ৰশ্লিষ্টতাৰ আভাসো তাত আছে, ইংৰাজী ভাষা শ্লিষ্ট, বৰ্হিমুখী যোগাত্মক হ'লেও তাত অযোগাত্মক উপাদানো আছে। তেনেদৰে, ইংৰাজী কাব্যশিল্পত ছন্দৰ প্ৰাধান্য আছিল, কবাচীত এই প্ৰাধান্য কম আছিল। সংস্কৃত ভাষাৰ এক সাঙ্গীতিক বৈশিষ্ট্য আছে। অনুনাসিক আৰু শব্দৰ শেষাংশত কণ্ঠ্য ধ্বনিৰ উচ্চাৰণৰ ফলত এই সাঙ্গীতিক গুণ পৰিলক্ষিত হৈছিল, ইংৰাজী ভাষাত আকৌ এই বিশেষত্ব নাই।

ঘৰুৱা আৰু আনুষ্ঠানিকভাৱে পতা কথা-বতৰাত কেতবোৰ ভেদ পৰিলক্ষিত হয়। এইভেদ লিখিত আৰু কথিত ভাষাৰ ৰূপতো পৰি-লক্ষিত হয়। এই ভেদ হ'ল ৰীতি বা শৈলী। দৈনন্দিন জীৱনৰ কাম-কাজত ব্যৱহৃত ভাষাৰ আৰু সাহিত্যত ব্যৱহৃত ভাষাৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা ৰীতি বা শৈলী ( Style ) ৰ অধ্যয়নৰ বাবেও ভাষাবিজ্ঞানীসকলে কোনো এটা ভাষাৰ লিখিত সাহিত্যৰ সহায় ল'ব লগা হয়।

ধ্বনিসংযোগৰ দ্বাৰা ৰূপসৃষ্টি ৰূপসৃষ্টিৰ দ্বাৰা বাক্যসৃষ্টি আৰু এই ৰূপ তথা বাক্যসমূহৰ আভ্যন্তৰীণ সংযোগ সাধনৰ জৰিয়তেহে সাহিত্যিক ভাষাৰ সৃষ্টি হৈছে। সেয়ে কোনো এটা ভাষাৰ ৰূপগত, অৰ্থগত আৰু ধ্বনিগত দিশ সমূহৰ অধ্যয়ন কৰিবলৈ যাওঁতে ভাষা বিজ্ঞানী সকলে ভাষাটোৰ মৌখিক আৰু লিখিত উভয়ৰূপৰ সাহিত্য-বেই সহায় ল'ব লগা হয়। এই সমূহ দিশবে বিচাৰ কৰি চালে দেখা যায় যে ভাষাবিজ্ঞানৰ সৈতে সাহিত্যৰ ওতঃপ্ৰোত সম্বন্ধ বক্ষিত হৈছে।

## ২ ৭ ৩ ভাষাবিজ্ঞান আৰু মনস্তত্ত্ব

মনস্তত্ত্ব বা মনোবিজ্ঞান হ'ল মানুহৰ মন আৰু মানুহৰ ব্যৱহাৰৰ অধ্যয়ন। মনোবিজ্ঞান বা মনস্তত্ত্বৰ আভিধানিক অৰ্থ 'মনৰ অধ্যয়ন'

( Study of mind, person's mental make-up )।[২৩]
কথাকোৱাৰ বাবে বক্তাৰ বা প্ৰেৰকৰ মন এটাৰ আৱশ্যক হয়। ব্যক্ত-বাণীৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিবৰ কাৰণেও সংগ্ৰাহকৰ (Receiver) মন এটাৰ আৱশ্যক হয়। মানুহৰ মন [২৪] বা মানসিক অৱস্থাৰ সৈতে ভাষা সৃষ্টি কৰাৰ বিষয়টো যিদৰে জড়িত হৈ আছে সেইদৰে মনস্তত্ত্ব বা মনো-বিজ্ঞানৰ সৈতেও ভাষাবিজ্ঞানৰ সম্পৰ্ক অঙ্গাঙ্গীভাৱে জড়িত হৈ আছে।

ভাষাকোৱাৰ ক্ষেত্ৰত বক্তাজনৰ অৰ্হতা আৰু দক্ষতা এই দুয়োটা বস্তু জড়িত হৈ থাকে। এই 'দক্ষতা' আৰু 'অৰ্হতা'ৰ সৈতে মনৰ বিকাশ বা বৌদ্ধিক বিকাশৰ বিষয়টো নিৰ্ভৰশীল। মানসিক বিকা-শৰ বাবে পৰিৱেশৰ প্ৰয়োজন। পৰিৱেশ অনুযায়ী লাভ কৰা মানসিক দক্ষতাৰ সৈতে ভাষা শিকা আৰু কোৱাৰ সামৰ্থ্য জড়িত হৈ থাকে। কেৱল শুনা শব্দ বা বস্তু বোৰৰ নামবোৰৰ যান্ত্ৰিক অনুকৰণ কৰিয়েই শিশু এটাই বা ন-শিকাৰু এজনে ভাষা এটা আয়ত্ত কৰিব নোৱাৰে। ভাষাটোত নিহিত হৈ থকা প্ৰণালীবোৰৰ অনুকৰণো কৰিব লাগিব। প্ৰতিটো শিশুৱেই তাৰ মাতৃভাষাৰ ক্ষেত্ৰত আৰু প্ৰতিজন ন-শিকাৰু-ৱেই কোনো এটা দ্বিতীয় ভাষা বা বিদেশী ভাষাত নিহিত হৈ থকা অমূৰ্ত্ত ( Abstract ) ৰূপৰ প্ৰণালীবোৰৰ জ্ঞান প্ৰাথমিক অৱস্থাত আয়ত্ত কৰি লয়। এইদৰে আয়ত্ত কৰি ল'ব পৰাৰ মানসিক যোগ্যতা অনুসৰি বক্তাজনে ভাষা ক'ব পৰাৰ অৰ্হতা লাভ কৰে। ই এইটোও প্ৰমাণিত কৰে যে শিশু এটাৰ এ'নেকেতবোৰ মানসিক সহজাত প্ৰবৃত্তি আছে যিয়ে নেকি শিশুটোক ভাষাশিকাৰ পথত আগুৱাই লৈ যায়।[২৫]

---

২৩ গ্ৰীকভাষাৰ Psyche ( আত্মা )' আৰু 'Logos ( বিজ্ঞান )' শব্দৰ সহায়ত ইংৰাজী 'Psychology' শব্দটো সাধিত হৈছে।

২৪ কথা কোৱাৰ ইচ্ছা মনৰ কাম। মানুহে যেতিয়ালৈকে ইচ্ছা নকৰে তেতিয়া-লৈকে কথা নক'ব পাৰে। —গোস্বামী, উপেন্দ্ৰ নাথ ভাষাবিজ্ঞান পৃ° ৪।

২৫ The child's brain contains certain innate characteristics
—David Crystal

অৱশ্যে এই সহজাত প্ৰবৃত্তিবোৰ বয়স্ক এজনৰ বৌদ্ধিক অৰ্হতাৰ সমপৰ্যায়লৈ আগুৱাই নিবলৈ শিশুটোৱে কোনো প্ৰতিক্ৰিয়াৰ প্ৰতি সঁহাৰি প্ৰদৰ্শন কৰিব লাগিব অৰ্থাৎ সি কোনো এটা মানুহে কোৱা ভাষা আয়ত্ব কৰিব লাগিব। ইয়াত মনৰ প্ৰসঙ্গ জড়িত হৈ আছে। মানুহৰ মনৰ আবেগ-অনুভূতি (যেনে, খং উত্তেজনা, হৰ্ষ, বিষাদ) প্ৰকাশক বিশেষ বিশেষ ভাৱবোৰ মানুহৰ মনোজগতৰেই এক এটি প্ৰতিবিম্বন। এইবোৰ বিশেষ বিশেষ মানসিক অৱস্থাত সৃষ্টি হোৱা ভাৱ ভাষাৰ জৰিয়তে প্ৰকাশিত হয়। প্ৰকাশিত ভাষাৰ জৰিয়তে বক্তাজনৰ মনোজগতৰ উমান পাব পৰা হয়। কেতিয়াবা দেখা যায় যে দুৰ্ঘটনাত পতিত হৈ বহু দুৰ্ঘটনাগ্ৰস্ত লোকে মানসিক ভাৰসাম্য (মগজুত আঘাট পোৱাৰ ফলত) হেৰুৱাই পেলায় আৰু ভাষা কোৱাৰ অৰ্হতাও লোপ পায়। স্মৃতি শক্তিও ৰহিত হয়। তেনেস্থলত মানসিক অৱস্থা বা মন আৰু ভাষা কোৱা অৰ্হতাৰ দিশটোৰ সম্পৰ্ক নথকাটোহে দেখা যায়। তেনেদৰে স্মৃতিশক্তি, বয়স, বুদ্ধিমত্তা আৰু চাল্লিকা শক্তি—যাৰ বুনিয়াদ বা আধাৰ মন, তাৰ সৈতেও ভাষা শিকা বা কোৱাৰ ক্ষেত্ৰ সম্পৰ্কিত হৈ আছে।

ভাষা আয়ত্ব কৰাৰ স্তৰত কেনেবোৰ বিষযে শিশুমনত জটিলতাৰ সৃষ্টি কৰি অনীহাৰ সৃষ্টি কৰে, কেনেধৰণৰ পৰিৱেশত কিদৰে শিশুৱে মাতৃভাষা আহৰণ কৰে, পৃথক পৃথক পৰিৱেশত মাতৃভাষাৰ প্ৰতি বা অন্যান্য ভাষা শিক্ষাত শিশুৰ আচৰণ কেনেধৰণৰ হয় সেয়া মনোবিজ্ঞানৰ পৰিসৰৰ আলোচ্য বিষয়। আনহাতে কোনো ভাষাৰ ধ্বনিগত, ৰূপগত আৰু অৰ্থগত দিশৰ প্ৰণালীবদ্ধ অধ্যয়ণ ভাষাবিজ্ঞানী সকলে কৰে বা এই কাৰ্য তেওঁলোকৰ কৰ্মপৰিসৰৰহে ভিতৰুৱা। এই কাৰ্য মনস্তত্ত্বৰ ভিতৰুৱা নহয়। তেনেদৰে কোনো বিষয়ৰ ধাৰণা (Conception) ৰ গঠন, মানসিক স্তৰ অনুযায়ী ব্যক্তিভেদে ভাষাৰ প্ৰয়োগ, মাতৃভাষাৰ উপলব্ধি আন কোনো এটা ভাষা শিকোতে অথবা ভাষাৰ

যান্ত্রিক প্রয়োগৰ দৰে বিষয়সমূহৰ অধ্যয়ণ মনস্তত্ব বা মনোবিজ্ঞানৰ ক্ষেত্র বা কর্মপৰিসৰৰ সৈতেহে সম্পর্কিত। প্রখ্যাত ভাষাবিজ্ঞানী চমস্কিয়ে ভাষাবিজ্ঞানক মনোবিজ্ঞানৰ উপক্ষেত্র ( Subfield ) হিচাপেহে গণ্য কৰিছিল। চমস্কিৰ মতে মানুহৰ মনৰ অধ্যয়ণত উল্লেখযোগ্য অৱদান যোগাইছে ভাষাবিজ্ঞানে।[২৬] তুলনামূলকভাৱে মানৱ মনৰ স্মৃতিশক্তি ( memory ), চালিকাশক্তি (motivation), স্মৰণ (recall) মনোযোগ ( Attention ) আৰু ধাৰণা গঠন ( Perception ) আদি বিষয়ৰ অধ্যয়নত ভাষাবিজ্ঞান আৰু মনস্তত্ত্ব পৰস্পৰৰ ওচৰ চাপি আহিছে।

## ২ ৭ ৪ ভাষাবিজ্ঞান আৰু ভূগোলবিজ্ঞান

ভূগোলবিজ্ঞানৰ অধ্যয়ণো ভাষাবিজ্ঞানী সকলৰ কাৰণে বহুক্ষেত্রত প্রয়োজনীয়। বিভিন্ন ভৌগলিক অৱস্থান অনুসৰি, তাত থকা গছ-বন, তৰু তৃণ, জীৱ-জন্তু, চৰাই-চিৰিকতি, নদ নদী, সমতল, পর্বত-পাহাৰ আদিৰ নাম আৰু সেইবোৰৰ সংযোজনত সৃষ্টি হোৱা কোনো এটা ভাষাৰ শব্দমালাৰ অধ্যয়ণ, শব্দৰ বুৎপত্তি নির্ণয় আদি কার্য ভাষা-বিজ্ঞানী সকলে সাধাৰণতেই কৰিব লগীয়া হয়। অসংখ্য গছ-গছনি আৰু জীব-জন্তু থকা অঞ্চল এটাৰ অধিবাসী বা জনসমষ্টিৰ ভাষা এনেধৰণৰ গছ-গছনি আৰু জীৱ-জন্তু অথবা অঞ্চল এটাৰ জনসমষ্টিৰ ভাষাতকৈ অন্তত গছ-গছনি আৰু জীৱ-জন্তুৰ নামৰ ক্ষেত্রত অধিক চহকী হোৱা দেখা যায়। উদাহৰণ স্বৰূপে ক'ব পাৰি যে ৰাজস্থানৰ থৰ মৰুভূমি অঞ্চলৰ অশিক্ষিত অধিবাসীৰ ভাষাৰ শব্দমালাত অন্যান্য নদী প্রধান অঞ্চলৰ ভাষা সমূহত থকাৰ দৰে বানপানী শব্দটো নাথাকিব পাৰে। ভাৰতৰ উত্তৰাঞ্চলত গ্রীষ্ম কালত বোৱা 'লু' বতাহ অসমত

---

২৬ Noam Chomsky Language and Mind

নবলে কাবণে অসমীয়া ভাষাব শব্দমালাত 'দু' বা ভেনেজাতীয় অর্থ বোধক শব্দব ব্যৱহাব নাই। সাগব মহাসাগবব পবা বহুযোজন দূৰৈত থকা কোনো ভৌগলিক অৱস্থানব জনসমষ্টিয়ে সাগব সম্বন্ধীয় কেতবোব শব্দ নাজানিব পাবে। এইবোব তাবতম্য ভৌগলিক অৱস্থান অনুসবি হয়। ভৌগলিক বাধা, যেনে নদ-নদী, পর্বত-পাহাব আদি অত্যধিক পবিমাণে থকা কাবণে অতি ক্ষুদ্র ভৌগলিক অৱস্থানব জনসমষ্টিব মাজতো ভাষাব বিভিন্ন ভেদে দেখা দিব পাবে। নাগালেণ্ডব জনসমষ্টিব মাজত একুবিবো অধিক ভাষা প্রচলিত হোবাটো প্রাকৃতিক আৰু সামাজিক বাধাব কাবণেই সম্ভৱ হৈছে। কোনো ভৌগলিক অৱস্থানব জনসমষ্টিয়ে ব্যৱহাব কবা ভাষাত পবিলক্ষিত হোৱা ঠাইব নাম, মঠ-মন্দিবব নাম, ব্যক্তিব নাম, পর্বত-পাহাবব নাম আদিব অন্য এক অৱস্থানব জনসমষ্টিয়ে ব্যবহাব কবা ভাষাব নামব সৈতে তুলনা কবি ভাষা পবিয়ালব বুৰঞ্জী বা ইতিহাসো নির্ণয় কবা সম্ভৱপব হৈ উঠিছে। জাতীয় ঐক্য সাধনব ক্ষেত্রতো ভাষাব সদৃশতাই ক্রিয়া কবে। বাষ্ট্রীব ঐক্য আৰু অখণ্ডতাব কাবণে মহাত্মা গান্ধীযে 'হিন্দুস্থানী' ভাষাব প্রচাবব যত্ন কবাটো এইক্ষেত্রত প্রানিধান যোগ্য। ভাষা, উপভাষাব সীমানির্ধাবণ, মানচিত্র ( Map ) অংকণ, উপভাষাব এটলাছ ( Atlas) বা 'Dialect Atlas প্রস্তুতকবণ আদি কার্যত ভূগোল বিজ্ঞানব জ্ঞান প্রয়োজনীয়। কোনো ভাষাব বর্ণনাত্মক দিশব আলোচনা কবোতে সেই ভাষা ব্যৱহাব কবা জনসমষ্টিব ভৌগলিক অৱস্থানব বিষয়ে সঠিক জ্ঞান অ হবণ কবা'টা, ভাষাবিজ্ঞানীসকলব বাবে অতি প্রয়োজনীয়। [২৭]

---

২৭ Whether a society of thousands or millions of people shows social stratification or not the factor of geographical proximity and separation is always operative in contributing to the dialect picture Hockett C F

## ২ ৭ ৫ ভাষাবিজ্ঞান আৰু যোগাযোগৰ প্ৰযুক্তিবিদ্যা

বিজ্ঞানৰ নিত্য নতুন আৱিষ্কাৰে ভাষাবিজ্ঞানৰ পৰিসৰো বিস্তৃত কৰি তুলিছে। যোগাযোগৰ প্ৰযুক্তিবিদ্যাই ব্যক্তবানী বা উচ্চাৰিত ধ্বনি আৰু ধ্বনিসংযোগক, অনাতাঁৰ সংকেতলৈ ৰূপান্তৰ কৰি প্ৰেৰণ কৰা কাৰ্যৰ অধ্যয়ণৰ দিশটোও সামৰি লৈছে। প্ৰাৰম্ভিক অৱস্থাত কোনো ব্যক্তবানীক অনাতাঁৰ সংকেতৰ দ্বাৰা প্ৰেৰণকৰা হয় আৰু দ্বিতীয় স্তৰত তাক পুনৰ লিখিত ৰূপলৈ উদ্ধাৰ কৰা হয়। এনেদৰে প্ৰচাৰ কৰা বা প্ৰেৰণ কৰিব লগীয়া বাণীসমূহত থকা ধ্বনিবোৰৰ, ভাষাতাত্বিক, প্ৰকৃতি আৰু গুনাগুণৰ তথ্য ভাষাবিজ্ঞানী সকলে প্ৰযুক্তিবিদ সকলক যোগান ধৰিব পাৰে। প্ৰযুক্তিবিদসকলে, প্ৰেৰণ কৰা ধ্বনিসংকেত সমূহৰ ঢৌ (Wave) আৰু কম্পনাংক ( Frequency ) সমূহক বিভিন্ন বেণ্ড ( Band ) ৰ নিত্যতাত প্ৰয়োগ কৰিব পাৰে। উচ্চাৰিত ব্যক্তবাণী বা ধ্বনিসংযোগত থকা ধ্বনিসমূহৰ নিহিত ধ্বনিগুণ, ধ্বনিৰ উপাংশ সমূহৰ ধ্বনিগুণ আদিৰ তথ্য প্ৰদানৰ জৰিয়তে ভাষাবিজ্ঞানীসকলে যোগাযোগ বিজ্ঞানৰ প্ৰযুক্তিবিদ সকলক সহায় কৰিব পাৰে। বিজ্ঞানৰ চৰম উৎকৰ্ষসাধনৰ এই সময়ছোৱাত কোনো এটা ভাষাক আন এটা ভাষালৈ অনুদিত কৰিব, পৰাৰ মানৱীয় কৌশল যন্ত্ৰই আয়ত্ব কৰি লৈছে। বিভিন্ন আলোচনাচক্ৰ, গুৰুত্বপূৰ্ণ বৈঠক আদিত সেয়ে ‘অনুবাদক যন্ত্ৰ’ৰ ব্যৱহাৰো কৰা গৈছে। কিন্তু অনুবাদক যন্ত্ৰত প্ৰয়োগ কৰা কৌশলসমূহে, বক্তা এজনে প্ৰকাশ কৰা সাধাৰণ ধৰণৰ কথাবতৰাত ব্যৱহৃত ঘৰুৱা ধৰণৰ শব্দ, শব্দৰে বুজাব খোজা ভিন্নাৰ্থ আদিৰ বিশুদ্ধ অনুবাদ কৰিব নোৱাৰিবও পাৰে। অনুবাদ কাৰ্যত প্ৰয়োজন হোৱা যথাযথ আৰু সাৱলীল ধৰণৰ অনুবাদ কৌশল, অনুবাদ কৰিব লগীয়া ভাষাটোৰ ৰূপতত্ব, ব্যাকৰণ, অৰ্থপদ্ধতি আদিৰ

বিষয়ে প্ৰযুক্তিবিদ সকলক অৱগত কৰাৰ কাম ভাষাবিজ্ঞানীসকলে কৰিব পাৰে। এই কাৰ্যই যোগাযোগৰ প্ৰযুক্তি বিদ্যাক অধিক ফলদায়ক কৰি তুলিব।

ভাষাবিজ্ঞানীসকলে যোগাযোগৰ প্ৰযুক্তিবিদ্যাত ব্যৱহৃত বিভিন্ন যন্ত্ৰ-পাতিৰ ব্যৱহাৰৰ জৰিয়তে গৱেষণা পদ্ধতিলৈ পৰিবৰ্তন আনিব পাৰিছে। টেলিভিশ্যন, টেলিফোন, টেপ-ৰেকৰ্ডাৰ, ৰেডিঅ, স্পেক্টো-গ্ৰাফ ( Spectograph ) আদিৰ ব্যৱহাৰৰ দ্বাৰা ভাষাৰ বিশ্লেষণ যান্ত্ৰিকভাৱেও কৰিব পৰা হৈছে। Teaching and Learning English as a Foreign Language নামৰ গ্ৰন্থৰ লেখক Charles Carpenter Fries এ টেলিফোন যোগে পতা কথা-বতৰাবোৰৰ অধ্যয়নৰ জৰিয়তে আমেৰিকাৰ নাগৰিক সকলৰ দৈনন্দিন জীৱনৰ কাম কাজত ব্যৱহৃত ভাষাৰ ৰূপ নিৰ্ণয় কৰিবলৈ সক্ষম হৈছিল। এনেবোৰ দিশৰ বিচাৰ কৰি চালে দেখা যায় যে যোগাযোগৰ প্ৰযুক্তিবিদ্যাৰ সৈতে ভাষা বিজ্ঞানৰ এক সম্বন্ধ আছে আৰু যোগাযোগ প্ৰযুক্তিৰ অৱদানে ভাষাবিজ্ঞানৰ ক্ষেত্ৰ বা পৰিসৰ বৃদ্ধিও কৰিছে।

## ২ ৭ ৬ ভাষাবিজ্ঞান আৰু নৃতত্ত্ব

আভিধানিক অৰ্থত নৃতত্ত্ব হ'ল Study of Origins, development of human race প্ৰাগৈতিহাসিক বা প্ৰত্নস্তৰৰ পৰা মানৱ জীৱন আৰু মানৱ সংস্কৃতিৰ অধ্যয়ণ নৃতত্ত্ববিজ্ঞানৰ ক্ষেত্ৰ পৰিসৰৰ ভিতৰুৱা। 'নৃতত্ত্ব' বা 'Anthrcpology' শব্দটো লেটিন ভাষাৰ 'Anthropos' ( মানুহ ) আৰু 'Logos ( বিজ্ঞান ) শব্দৰ পৰা উদ্ভৱ হৈছে। অৰ্থাৎ ই এক ধৰণৰ 'মানৱ বিজ্ঞান'। ভাষা হ'ল আকৌ কেৱল মানৱৰহে আয়ত্বাধীন এক কাৰ্য। মানুহ ভিন্ন ইতৰ প্ৰাণী বা জীৱ জন্তুৱে ভাষা আয়ত্ব কৰিব নোৱাৰে। সেইদিশৰ পৰা চালে, ভাষা

বিজ্ঞান আৰু ভাষাতত্ত্ব উভয়বে লগত নৃতত্ত্বৰ ওতপ্ৰোত সম্পৰ্ক বক্ষিত হোৱা দেখা যায়।

নৃতত্ত্বৰ আলোচনা সাধাৰণতে দুটা বিভাগত কৰা হয়— (ক) শাৰীৰিক নৃতত্ত্ব ( Physical Anthropology ) আৰু (খ) সামাজিক নৃতত্ত্ব ( Social Anthropology )। কোনোৱে শাৰীৰিক নৃতত্ত্ব আৰু সাংস্কৃতিক নৃতত্ত্ব ( Cultural Anthropology ) এই দুটা বিভাগত নৃতত্ত্বৰ আলোচনা কৰিছে। সামাজিক নৃতত্ত্বৰ আলোচনা কাৰ্যত মানৱ সংস্কৃতিৰ বিভিন্ন ৰূপ উদ্‌ঘাটিত হোৱাৰ লগে লগে ভাষাবিজ্ঞানী সকলৰ বাবেও প্ৰয়োজনীয় কেতবোৰ দিশ উদ্‌ঘাটিত হয়। মানৱবিজ্ঞানৰ অধ্যয়ণ "মানৱ কৃষ্টি বা সংস্কৃতিক" আহিলা হিচাপে লৈ কৰা হয় আৰু মানৱ কৃষ্টি-সংস্কৃতিৰ ক্ৰমানুক্ৰমিক অধ্যয়ণৰ দ্বাৰাই মানৱ জীৱনৰ প্ৰকৃস্তৰৰ সন্ধেদ পাব পৰা হয়। ভাষাবিজ্ঞানী সকলে পূৰ্বপ্ৰচলিত অথচ সম্প্ৰতি লুপ্ত অজ্ঞাত কোনো ভাষাৰ বিষয়ে সম্ভেদ দিবলৈ যাওঁতে সেইভাষা কোৱা জনসমষ্টি অথবা সেইভাষা ব্যৱহাৰ কৰা সমাজখনৰ সংস্কৃতিৰ প্ৰকৃতৰূপৰ পুংখানুপুংখ অধ্যয়ণ কৰাৰ প্ৰয়োজন হয়। একো একোটা ক্ষুদ্ৰ জনসম্প্ৰদায়ে ব্যৱহাৰ কৰা অসমৃদ্ধ ভাষাই, জ্ঞান-বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে পৃথিৱীৰ অন্যান্য বিকাশ-প্ৰাপ্ত ভাষা সমূহৰ সৈতে সমানে ফেৰ মাৰিব পৰা হোবাটোৰ বিপৰীতে, ভাষাবিজ্ঞানী সকলে বিশ্লেষণৰ সুযোগ নৌপাওঁতেই কোনো লিখিত নিদৰ্শন ৰাখি থৈ নোযোৱাকৈ অন্যান্য কেতবোৰ ভাষা, একেবাৰে বিলুপ্তও হৈছে। লুপ্তপ্ৰায়, নিদৰ্শনহীন এনেধৰণৰ ভাষাবোৰৰ বিজ্ঞানসম্মত প্ৰণালীবদ্ধ অধ্যয়ণৰ বাবে ভাষাবিজ্ঞানীসকলে নৃতত্ত্বৰ সহায় ল'ব লগা হয়। নৃতত্ত্ব বা মানৱবিজ্ঞানে কৰা সংস্কৃতিৰ প্ৰকৃৰূপৰ অধ্যয়ণৰ দ্বাৰা প্ৰকৃস্তৰৰ সমাজখনত দৈনন্দিন জীৱনৰ কাৰ্য সাধনৰ বাবে ব্যৱহৃত বিভিন্ন সা-সমলৰ সম্ভেদ পাব পৰা হয়। এনেদৰে প্ৰাপ্ত শব্দসমূহৰ দ্বাৰা প্ৰাৰম্ভিক স্তৰত লুপ্তপ্ৰায় ভাষাটোৰ শব্দভাণ্ডাৰ নিৰ্মাণ কৰি

ল'ব পাৰি। তৎপৰৱৰ্তী স্তৰত, তাত ব্যৱহৃত ধ্বনি, ধ্বনিসংযোগৰ দ্বাৰা সৃষ্ট ৰূপ আদি নিৰূপণ কৰি লোৱা হয়—যিটো কোনো ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়নৰ বাবে প্ৰাথমিক সমল। অলিখিত, লিখিত অথচ তাৰ নিদৰ্শনহীন, এনেধৰণৰ লুপ্তভাষা সমূহৰ অধ্যয়নক Anthropolo gical Linguistics বুলি অভিহিত কৰা হয়।

ভাষাবিজ্ঞানী সকলে ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়ণ কৰোতে নৃতাত্বিক সকলৰ দৰেই ক্ষেত্ৰ অধ্যয়ণ পদ্ধতিৰ সহায় লয়। অলিখিত বা লিখিত নিদৰ্শন নথকা ভাষা বিশ্লেষণৰ ক্ষেত্ৰত ভাষা বিজ্ঞানীসকলে সংশ্লিষ্ট ভাষা'কোৱা ক্ষেত্ৰ বা অঞ্চল ভ্ৰমণ কৰি, ভাষাকোৱা লোক-জনক (সূচক) লগ কৰি ভাষাৰ প্ৰাথমিক সামগ্ৰীসমূহ সংগ্ৰহ কৰিব লগা হয়। প্ৰথম অৱস্থাত সূচকজনে কোৱা ভাষা বা সাধাৰণ কথাবতৰাৰ পৰা আৰু দ্বিতীয় অৱস্থাত প্ৰচলিত পৰম্পৰাগত গীত মাত, সাধুকথা, জনশ্ৰুতিমূলক কথা, প্ৰবাদ-প্ৰৱচন, সামাজিক আৰু ধৰ্মীয় ইতিহাস আদিৰ গীত-মাতৰ পৰা ভাষাবিদ এজনে ভাষা-টোৰ প্ৰাৰম্ভিক তথ্য বা সমল সংগ্ৰহ কৰে। একাদিক্ৰমে, ধ্বনি, ধ্বনিসংযোগ, ৰূপ, ৰূপসংযোগৰ দ্বাৰা সৃষ্ট বাক্য, অৰ্থ আদিৰ স্বৰূপ আৰু তাৰ প্ৰণালী ভাষাবিজ্ঞানীসকলে নিৰ্ধাৰণ কৰি উলিয়ায়। ভাষাত ব্যৱহৃত সুৰ সুৰলহৰ খসাঘাট, দৈৰ্ঘ আদিৰ তাৰতম্য প্ৰথম অৱস্থাত দৃষ্টিগোচৰ নহ'লেও সূক্ষ্ম পৰ্যবেক্ষণৰ দ্বাৰা সূচকজনৰ কথনভঙ্গী নিৰীক্ষণ কৰি তাক নিৰূপন কৰাটো সম্ভৱপৰ হয়। লিখিত ভাষাৰ ক্ষেত্ৰত পাঠ' বা 'Text', যুগুত কৰি উলিওৱা অভিধান আদি ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়ণৰ প্ৰাথমিক আধাৰ। সংস্কৃতিৰ পূৰ্বৰূপ নিৰ্ণয়ৰ দ্বাৰা মানৱ সমাজৰ গতি প্ৰকৃতি, ক্ৰমবিৱৰ্ত্তনৰ স্বৰূপ আদি নৃতাত্বিক সকলে নিৰ্ণয় কৰাৰ দৰে ভাষাবিজ্ঞানীসকলেও নিদৰ্শনহীন বা লুপ্তপ্ৰায় ভাষাৰ ক্ষেত্ৰত, ভাষাকোৱা লোক সকলৰ সংস্কৃতিৰ পূৰ্বৰূপ নিৰ্ণয়ৰ অভিয়তে ভাষাবিষয়ক সামগ্ৰী সংগ্ৰহ কৰে। ভাষাৰ

গঠন প্রকৃতি নির্ণয়ৰ বাবে চলোৱা ক্ষেত্ৰ অধ্যয়ণৰ পদ্ধতি নৃতাত্বিক-সকলে কৰা ক্ষেত্ৰ অধ্যয়ণ পদ্ধতিৰ সমৰূপৰ কাৰ্য। ব্যক্তিগত আৰু সামূহিক জ্ঞান আহৰণ প্ৰক্ৰিয়াৰ স্বৰূপ, পৰম্পৰা আৰু ভাষাতাত্বিক গঠন আদি বিষয়ত নৃতাত্বিকসকলে ভাষাবিজ্ঞানী সকলৰ সহায় ল'ব লগীয়া হ'য়। ব্যক্তিভেদে ভাষাকোৱাৰ ধৰণ বা শৈলী পৃথক পৃথক হয়। একজন ব্যক্তিয়ে কোৱা ভাষাৰ দ্বাৰা সেই মানুহজনৰ ব্যক্তিগত সংস্কৃতি, আৰু তাৰ দ্বাৰা এখন সমাজৰ সংস্কৃতিৰ আভাস পোৱাটো সম্ভৱপৰ হয়। ব্যক্তিভাষা, শৈলী ( Style ) আদিৰ অধ্যয়ণে নৃতাত্বিক আৰু সমাজতাত্বিক উভয়কে ভাষাবিজ্ঞানৰ ওচৰ চপাই আনিছে।[২৮]

## ২.৭.৬ ভাষাবিজ্ঞান আৰু দৰ্শন

ঐতিহাসিক দৃষ্টিভংগী'ৰ বিচাৰ কৰিলে দেখা যায় যে ভাষা আৰু ভাষাতত্বৰ সৈতে দৰ্শনৰ সম্বন্ধ প্ৰাচীন। আভিধানিক অৰ্থত 'Philo-sophy' বা দৰ্শন হৈছে 'use of reson and argument in search for truth and knowledge of reality esp of the causes and nature of things, and of the Principles governing existence, perception, human behaviour and the material universe, particular system or set of beliefs reached by this, system of conduct in life'[২৯] মূল গ্ৰীক শব্দ 'Philos আৰু 'Sophia' ৰ পৰা Philosophy' শব্দটোৰ উদ্ভৱ হৈছে। 'Philos' শব্দৰ অৰ্থ অনুৰাগ বা স্পৃহা 'Sophia' শব্দৰ অৰ্থ হৈছে জ্ঞান। বুৎপত্তিগত অৰ্থ হ'ল জ্ঞানৰ

---

২৮ সাম্প্ৰতিক কালত 'সমাজভাষাতত্ত্ব ( Sociolinguistics ) ৰ প্ৰসাৰৰ লগে লগে, নৃতত্বতকৈও সমাজতত্বহে ভাষাবিজ্ঞানৰ অধিক নিকট স্থানীয় হৈ পৰিছে।

২৯ Oxford English Dictionary

প্ৰতি অনুৰাগ বা স্পৃহা। ভাৰতীয় আৰ্যভাষাত ইয়াৰ সমাৰ্থক শব্দ হিচাপে 'দৰ্শন' শব্দটোৰ ব্যৱহাৰ কৰা হৈছে। বস্তুজগতৰ উৎপত্তি অৱস্থিতি আৰু প্ৰকৃতি জিজ্ঞাসা, সত্য আৰু বাস্তৱজগতৰ জ্ঞান আহ-ৰণৰ উদ্দেশ্যে যুক্তি প্ৰতিযুক্তিৰ প্ৰয়োগ, পাৰ্থিৱ জগত আৰু মানুহৰ আচাৰ আচৰণ, ধাৰণা, জ্ঞান অন্বেষণৰ দ্বাৰা আহৰণ কৰা বিশ্বাস আদি বহুল অৰ্থত দৰ্শন ( Philosophy ) শব্দটোৰ প্ৰয়োগ কৰা হয়। দৰ্শন সম্বন্ধে বিভিন্নজনে বিভিন্ন বক্তব্য ৰাখিছে। দৰ্শনৰ বুৎ-পত্তিগত অৰ্থ 'জ্ঞানৰ প্ৰতি অনুৰাগ বা স্পৃহা ৰ সৈতে ৰিজালে বিজ্ঞানৰ এক অঙ্গ, ভাষাবিজ্ঞানৰ, সৈতে দৰ্শনৰ এক নিৰ্দিষ্ট সম্পৰ্ক ৰক্ষিত হোৱাটো পৰিলক্ষিত হয়। খৃ পূ পঞ্চম শতিকা মানৰে পৰা ( গ্ৰীক দাৰ্শনিক সকলৰ সময় ) এই শব্দটোৰ প্ৰচলন হ'বলৈ আৰম্ভ কৰে। গ্ৰীক দাৰ্শনিক প্লেটো ( খৃ পূ ৪১০—৩৭৭ ) ৰে তেওঁৰ 'ডায়েলগছ' ( Dialogues ) নামৰ গ্ৰন্থত ভাষা সম্বন্ধে কেতবোৰ প্ৰাসঙ্গিক কথা উল্লেখ কৰি গৈছে। প্ৰাচীন ভাৰতীয় বেদ উপনিষদ আদি গ্ৰন্থত অনুৰূপ উল্লেখ কৰি থৈ যোৱা হৈছে। অধিবিদ্যা পদ্ধতিৰ আশ্ৰয় লোৱা দাৰ্শনিক সকলে, কেৱল দাৰ্শনিক আৰু তেওঁ-লোকৰ ব্যাখ্যাৰ প্ৰতি অনুৰাগী পাঠক আৰু শ্ৰোতা সকলৰ বোধ-গম্য হোৱাকৈ কেতবোৰ শব্দ আৰু তাৰ সাধনৰ দ্বাৰা সৃষ্ট বাক্যৰে দৰ্শনৰ ব্যাখ্যা আগবঢ়াই থৈ গৈছে। পাৰ্থিৱ, বস্তুজগতৰ ৰহস্যময় অভিজ্ঞতা আৰু অধিবিদ্যালব্ধ অভিজ্ঞান পাঠক আৰু শ্ৰোতা সকললৈ আগবঢ়াওতে দাৰ্শনিক সকলে ভালেমান ন ন শব্দ সৃষ্টি কৰিব লগীয়াও হৈছে। সংস্কৃত দাৰ্শনিক সকলে সৃষ্টিকৰ্তা বা ভগৱান ( God ) ৰ লগত 'শব্দ' আৰু শব্দশক্তিৰ তুলনা কৰিছে।[৩০] অৰ্থতত্ত্ব, শব্দ আৰু

৩০, (ক) ত্বম অক্ষৰং পৰম বেদিতব্য। ( ১৮ / ১১শ অধ্যায়, গীতা। )
(খ) 'অক্ষৰাণামকাৰোঽস্মি দ্বন্দ্ব সামাসিকস্য চ।"
অন্বাৰ্থ : অক্ষৰ বিলাকৰ মাজত মই আকাৰ সমাস সমূহৰ মাজত মই দ্বন্দ্ব সমাস, ময়েই অক্ষয় কাল ৰূপ (৩৩/১০ম অধ্যায়, গীত)

আৰোপিত অৰ্থৰ সম্বন্ধ, ব্যাকৰণ আদিৰ ক্ষেত্ৰতো দাৰ্শনিক সকলে ভাষাবিজ্ঞানলৈ যথেষ্ট অৱদান দি থৈ গৈছে। গঠনাত্মক ভাষাবিজ্ঞানৰ [৩১] ভাষাবিজ্ঞানীসকলে অৰ্থৰ ( Meaning ) বিষয়টো 'দৰ্শন শাস্ত্ৰ'ৰেই এক সম্পূৰ্ণ আলোচ্য বিষয় বুলিও অভিহিত কৰি থৈ গৈছে। গ্ৰীক আৰু ৰোমান দাৰ্শনিক সকলে এসময়ত অন্তস্থিতিৰ স্বৰূপ আৰু শ্ৰেণীৰ কথা উল্লেখ কৰিব লগীয়া হৈছিল। গ্ৰীক দাৰ্শনিক এৰিষ্টটলে এই প্ৰসঙ্গত "সাৰাংশ গুণ আৰু কাৰ্য"ৰ কথা উল্লেখ কৰিছিল। শব্দ ( Parts of speech ) সম্বন্ধীয় পৰম্পৰাগত ধাৰণাৰ উৎপত্তি এৰিষ্টটলৰ উপৰোক্ত শ্ৰেণীবিভাজনৰ পৰাই হ'ব পাৰে বুলি কোনো কোনো ভাষাবিজ্ঞানীয়ে বিশ্বাস কৰে।

দৰ্শন শাস্ত্ৰৰ সৈতে ভাষাবিজ্ঞানৰ সম্বন্ধ প্ৰাচীন হ'লেও মনকৰিব লগীয়া কথা এয়ে যে দৰ্শন শাস্ত্ৰৰ বিষয় আলোচনা মানৱীয় জ্ঞান, ধাৰণা, উপলব্ধি, যুক্তিগত আলাপ ( Logic ) আৰু তাৰ প্ৰতিপাদ্য সমূহৰ ( Prepositions ) সৈতে জড়িত হৈ থাকে। দাৰ্শনিক সকলে কোনো এক জনসমষ্টিৰ, সকলো অংশৰে সাধাৰণ ভাৱবিনিময়ৰ কাৰ্য সাধিত কৰিব পৰা ভাষাৰে, তেওঁলোকৰ উপলব্ধ জ্ঞান সংৰক্ষণ কৰি থৈ যায় কিন্তু, ভাষাবিজ্ঞানী সকলৰ উদ্দেশ্য তেনে নহয়। ভাষা বিজ্ঞানীসকলে ভাষাবোৰৰ মৌলিক পাৰ্থক্য, বৈশিষ্ট্য, স্বৰূপ আদি নিৰীক্ষণ কৰি, সংশ্লিষ্ট ভাষাসমূহৰ বাবে পৃথক পৃথক তথ্য দাঙি ধৰে যিটো দাৰ্শনিক সকলৰ আলোচ্য বিষয় নহয়। ভাষাবিজ্ঞানী সকলে ভাষাৰ গাঠনিক ৰূপটো অথবা ভাষাত বাক্যবিন্যাসৰ স্বৰূপ-বোৰ লক্ষ্য কৰে, দাৰ্শনিক সকলে পিছ তেওঁ প্ৰতিপাদিত কৰিব খোজা বিষয় সমূহৰ যুক্তিগত ভিত্তিৰ ( Logical ) প্ৰতিহে লক্ষ্য ৰাখে। এইক্ষেত্ৰত দাৰ্শনিক সকলে তেওঁলোকে নজনা ভাষাবোৰৰ

---

৩১ Structural linguistics

গঠন বা স্বৰূপ, ধ্বনি, ৰূপতত্ত্ব আদিৰ কথা ভাষাবিজ্ঞানী সকলৰ দৰে গুৰুত্বসহকাৰে আলচ নকৰে।

ভাষাৰ ক্ষেত্ৰত আত্মা ( Sensation ), বুদ্ধি বা বোধ ( Conscionsness ), মন বা ইচ্ছাশক্তি ( Intention ), আৰু বায়ু যিদৰে প্ৰয়োজনীয় উপাদান, দৰ্শনৰ ক্ষেত্ৰতো চেতনা বা আত্মা, জ্ঞান বা বোধ, চিন্তা আৰু মন সিদৰে নিতান্তই প্ৰয়োজনীয় উপাদান। অৱশ্যে চিন্তাৰ প্ৰকৃতি ( Nature of thinking ) ভাষাবিজ্ঞানী আৰু দাৰ্শনিক উভয়ৰে ক্ষেত্ৰত বিষয়ভেদে পৃথক পৃথক ধৰণৰ হয়।

## ২ ৭ ৭ ভাষাবিজ্ঞান আৰু সমাজ

ভাষাৰ ব্যৱহাৰ মানৱ সমাজতহে হয়। মানুহৰ দৈনন্দিন জীৱনৰ অপৰিহাৰ্য অন্যান্য কাম-কাজৰ অন্যতম হ'ল ভাষা। ভাষা অবিহনে মানুহৰ সামাজিক প্ৰয়োজন সম্পাদিত হ'ব নোৱাৰে। ভাষাৰ প্ৰয়োগ আৰু ভাষাৰ শিক্ষণো মানৱ সমাজতহে হয়। এজন ব্যক্তিয়ে এখন সমাজৰ অংশীদাৰ হিচাপে সেই সমাজে ব্যৱহাৰ কৰা ভাষা আয়ত্ত কৰিবলৈ সক্ষম হয় আৰু সেইখন সমাজতে তাৰ ব্যৱহাৰ কৰিবলৈও সমৰ্থ হয়। আভিধানিক ভাবে, 'সমাজ'ৰ সংজ্ঞা দিয়া হৈছে এনেধৰণে — Organised and interdependent commuenity association of persons sharing common aim or interest etc ' মানুহে পৰিয়াল গঠন কৰি বাস কৰিবলৈ শিকাৰে পৰা সমাজখো সৃষ্টি হ'ল। খাদ্য, পিন্ধন, আশ্ৰয় এই প্ৰাথমিক প্ৰয়োজন কেইটাৰ আনুষংগিক ভাৱে খাদন, শোৱন আৰু কথন ( Talking ) এইকেইটা প্ৰয়োজনবো আৱশ্যক হ'ল। শাৰীৰিক প্ৰয়োজন আৰু সামাজিক প্ৰয়োজন এই দুয়োটা প্ৰয়োজনৰ কাৰণেই ভাষাৰ ব্যৱহাৰ সমাজত হ'বলৈ ধৰিলে। এখন সমাজে ব্যৱহাৰ কৰা ভাষা আৰু সমাজত বাস কৰা এজন

ব্যক্তিয়ে ব্যৱহাৰ কৰা ভাষা, সুয়োটাই সুয়োটাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। এজন বা একাধিক ব্যক্তিৰ ভাষা অনুধাৱনৰ জৰিয়তে, এখন সমাজৰ বিষয়ে বহুবোৰ কথাৰ সম্ভেদ পাব পাৰি। সমাজ পাতি বাস কৰা পৰিয়ালবোৰ আৰু তাৰ সদস্য সকল সকলো সমান শ্ৰেণীৰ লোক নহয়। কোনোটো পৰিয়াল চহকী আত্যৱন্ত, কোনোটো দৰিদ্ৰ কোনোটো পৰিয়াল শিক্ষিত উচ্চশিক্ষিত, কোনোটো আকৌ একেবাৰে নিৰক্ষৰ, অশিক্ষিত, সামাজিক স্থান বা মৰ্যাদাৰ কাৰণে পৰা কোনোটো পৰিয়াল উচ্চবৰ্গৰ, কোনোটো নিম্নবৰ্গৰ, পেশা বা বৃত্তিৰ কাৰণে পৰা কোনো ব্যৱসায়ী, কোনো অফিচ আদালতৰ কৰ্মচাৰী, কোনো শিক্ষক, কোনো কৃষক, কোনো শ্ৰমিক আৰু কোনো লোক ধৰ্ম সম্বন্ধীয় দিশৰ লগত জড়িত। সমাজৰ মূল আধাৰ পৰিয়ালবোৰতে আকৌ পুৰুষ আৰু মহিলা এই দুই ধৰণৰ লিংগ পাৰ্থক্যও আছে। সমাজপাতি বাস কৰা লোকসকলৰ সামাজিক স্থিতি বা স্থান, বৃত্তি বা জীৱিকা নিৰ্বাহৰ স্বৰূপ, লিংগভেদ আৰু মৰ্যাদাৰ কাৰণে পৰা তেওঁলোকে ব্যৱহাৰ কৰা ভাষাটোৰ কেতবোৰ স্বকীয়া স্বকীয়া বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। এই বৈশিষ্ট্যবোৰ ধ্বনি, ধ্বনিসংযোগ ৰূপৰচনা, বাক্য-বিন্যাস, শব্দৰ প্ৰয়োগ বা ব্যৱহাৰ, অৰ্থ আদিৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা দেখা যায়। ভাষাবিজ্ঞানী এজনে, কোনো অপৰিচিত ব্যক্তিৰ বাক-ভঙ্গী, শব্দপ্ৰয়োগৰ কৌশল, বাক্যবিন্যাসৰ পদ্ধতি আদি সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰি সেই অপৰিচিত লোকজনে বাস কৰা সমাজখনৰ বিষয়েও স্পষ্ট ধাৰনা ল'বলৈ সক্ষম হয়। অপৰিচিত লোকজনৰ কথন-ভঙ্গী, শব্দ বিন্যাস কৌশল আৰু প্ৰয়োগ কৰা শব্দসম্ভাৰ, বাক্য আদিলৈ লক্ষ্য কৰি সেই অপৰিচিত লোক জনৰ ব্যক্তিগত স্তৰৰ সংস্কৃতি আৰু তাৰ জৰিয়তে সমাজখনৰ সংস্কৃতিৰ আভাষ পোৱাতো সম্ভৱপৰ হয়। এখন ঠাই বা এখন সমাজৰ মানুহৰ আদৰ্শ, বিশ্বাস, সংস্কাৰ চিন্তা-চৰ্চাৰ পৰিসৰৰ উমান ভাষাৰ জৰিয়তেহে পোৱাটো সম্ভৱপৰ।

এখন সমাজত এটা বৰ্ণৰ লোকৰ মনোভাৱ একেখন সমাজতে বাস কৰা অন্য বৰ্ণৰ লোক সকলৰ প্ৰতি কেনে তাৰ উমানো ভাষাৰ জৰিয়তেহে পোৱাটো সম্ভৱপৰ। মনকৰিবলগীয়া কথা এয়ে যে সামাজিক আদান প্ৰদান সংঘটিত নহ'লে ভাষা বৰ্তি থাকিব নোৱাৰে। মনৰ ভাৱ, ইচ্ছা, আবেগ অনুভূতিৰ প্ৰকাশ মানুহে মানুহৰ সমাজতহে কৰে। সমাজ বিহনে ভাষা প্ৰচলিত হৈ থকা আৰু ভাষা বিহনে সমাজ বৰ্তি থকা বিষয়টো এক আপেক্ষিক কথা। সমাজ আৰু ভাষাক সেয়ে অধিকতৰ পৃথক ৰূপত দেখুৱাব পৰা নাযায়।

সমাজ অনুসৰি ভাষাৰ প্ৰয়োগ বা ভাষাৰ ৰূপ বিভিন্ন সামাজিক উদ্দেশ্যত ব্যৱহাৰ কৰা ভাষাৰ গাঠনিক পৰিবৰ্তনৰ আদিৰ অধ্যয়ণক সাঙুৰি কৰা আলোচনাক সমাজ ভাষাতত্ত্ব বা সমাজ ভাষাবিজ্ঞান ( Sociolinguistics ) নামকৰণ কৰা হৈছে। কোনো কোনোৱে এনেধৰণৰ আলোচনাক জাতি-ভাষাবিজ্ঞান (Ethno Linguistics ) কোনোৱে নৃ-ভাষাবিজ্ঞান ( Anthropological Linguistics ) ৰ স্বৰত আলচ কৰিব খোজে। কেতবোৰ মৌলিক পাৰ্থক্য তথা বৈশিষ্ট্য ৰক্ষিত হোৱা কাৰণে ওপৰোক্ত আখ্যাকেইটা সৰ্বজনগ্ৰহনীয় নহ'ল। যিকিনহওক সমাজ আৰু সংস্কৃতিৰ অঙ্গ হিচাপে ভাষাৰ অধ্যয়ণক সামগ্ৰিক ভাৱে সমাজ-ভাষাবিজ্ঞান ( Socio linguistics ) বোলা হৈছে। এইক্ষেত্ৰতো — the Sociology of language Social linguisitcs Institutional lingu stics Anth opological linguisitcs Linguistic Anthropology Ethnolinguistics আৰু Ethnography of Commumication' আদি আখ্যাৰ কথা আহি পৰে। বক্তাৰ সামাজিক মৰ্যাদা, স্থিতি, বক্তাৰ ভূমিকা, বক্তাৰ সামাজিক আৰু বিশেষ সামাজিক অৱস্থা অনুসৰি কৰা আচৰণৰ লগত ভাষাৰ সম্পৰ্ক বিষয়ক আলোচনাই বিশেষভাৱে সমাজ ভাষাবিজ্ঞানৰ কৰ্মপৰিসৰত পৰে যিটো

সমাজতত্ত্ব ( Sociology ) আৰু ভাষাবিজ্ঞান ( Linguistics ) উভয়ৰে পৰা পৃথক। J B Price ভাষাৰে Socio linguist cs is not sim ply an amalgam of Linguistics and Sociology সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰ অনুসৰি ভাষাৰ গাঠনিক পৰিবৰ্তন আৰু ভাষা প্ৰয়োগৰ প্ৰণালীবদ্ধ আলোচনা সমাজ-ভাষাবিজ্ঞানে কৰে। সমাজ অনুসৰি ভাষাৰ ব্যৱহাৰ, উপভাষাৰ সৃষ্টি আৰু কোনো এক অঞ্চলৰ উপভাষাই মান্যভাষা ৰ মৰ্যাদা পোৱাৰ অন্তৰালতো এক বিশেষ সামাজিক পৰিৱেশ ( Spec fic social situation ) জড়িত হৈ থাকে। সমাজ-ভাষাবিজ্ঞানে কোনো এখন সমাজত ব্যৱহাৰ কৰা ভাষাৰ জৰিয়তে সেই সমাজৰ বিষয়ে জনাৰ সুবিধা দিয়ে।[৩২] ভাষাবিজ্ঞানী John Lyons মনস্তাত্ত্বিক Campbell আৰু Wales এ 'ব্যক্তবাণী বা ভাষাৰ সামাজিক প্ৰসঙ্গ'ৰ অধিকতৰ আলোচনাৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰি গৈছে। এনেদৰে বিচাৰ কৰি চালে দেখা যায় যে সমাজৰ সৈতে ভাষাৰ এক পাৰস্পৰিক সম্বন্ধ ৰক্ষিত হৈছে।

## ২ ৭ ৮ ভাষাবিজ্ঞান আৰু ইতিহাস

ভাষাবিজ্ঞান হ'ল মানুহৰ পৰিৱেশত আয়ত্তাধীন ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়ণ। ভাষাৰ অধ্যয়ণ কাৰ্যত ইতিহাসৰনো কেনে ধৰণৰ ভূমিকা থাকিব পাৰে—ইও এক আমোদজনক বিষয়। বিজ্ঞানৰ অন্যান্য শাখাসমূহৰ সৈতে থকাৰ দৰে ইতিহাস বা বুৰঞ্জীৰ সৈতেও ভাষাবিজ্ঞানৰ সম্বন্ধ ৰক্ষিত হৈছে। অভিধানিক ভাৱে ইতিহাস হ'ল - 'নিৰবিচ্ছিন্ন ভাৱে ৰাখি অহা সংঘটিত ঘটনা সমূহৰ তথ্য বা নথি, মানৱৰ দ্বাৰা সংঘটিত অতীতৰ কাৰ্যসমূহৰ প্ৰণালীবদ্ধ অধ্যয়ণ,

৩২ গোস্বামী, উপেন্দ্ৰ নাথ ভাষাবিজ্ঞান, পৃষ্ঠা ৫৪।

তৎসংশ্লিষ্ট বিষয়, স্থান, সময়, কাৰ্য, ব্যক্তিৰ প্ৰণালীবদ্ধ বিৱৰণ, অথবা অতীত ঘটনাৱলীৰ গৱেষণাসুলভ দৃষ্টিভংগীৰে কৰা বিচাৰ, সমালোচনামূলক বিশ্লেষণ তথা প্ৰণালীবদ্ধ অধ্যয়ন।'[৩৩] মানৱৰ দ্বাৰা সংঘটিত কাৰ্য বা ঘটনাৱলীৰ বিষয়ে জানিবলৈ হ'লে ইতিহাসৰ আশ্ৰয় লোৱাৰ প্ৰয়োজন হয়। প্ৰাগ্‌ঐতিহাসিক স্তৰৰে পৰা ক্ৰম-বিৱৰ্তিত হৈ অহা মানৱগোষ্ঠীৰ সমাজ, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি, সাহিত্য, সভ্যতাৰ জখলাত দিয়া খোজৰ উত্থান পতন আদিৰ আভাস কেৱল ইতিহাসৰ জৰিয়তেহে পোৱাটো সম্ভৱপৰ হয়। সংক্ষেপভাৱে চালে ইয়াৰ মাজতো ভাষাৰ এক ভূমিকা দেখা যায়। ইতিহাস অনুধাৱন কৰোঁতে ভাষাৰ দিশটোৰ সমান্তৰাল গুৰুত্ব থকাতো মন কৰিবলগীয়া। জাতীয় বুৰঞ্জী অথবা বিশ্ব-ইতিহাসৰ জাতি-উপজাতি সমূহৰ উত্থান-পতনৰ কাহিনী অধ্যয়ন কৰোঁতে, অন্তৰ্নিহিত হৈ থকা ভাষাৰ ব্যঞ্জনাকৰ দিশটোও প্ৰতিফলিত হয়। স্থূলভাৱে কৰা ভাষাৰ ভৌগলিক বৰ্গীকৰণত ভাষাপৰিয়াল বা ভাষাৰ ভৌগলিক সীমাৰেখাৰ কথা আহি পৰে। ভৌগলিক বৰ্গীকৰণত ( Geographical Classification ) যেনে 'আফ্ৰিকাৰ ভাষা' ( African Languages ) 'ইউৰোপৰ ভাষা' অথবা 'আমেৰিকাৰ ভাষা' আদি নামকৰণত সংশ্লিষ্ট স্থানৰ ভৌগলিক সীমা-ৰেখাৰ কথা জনাটোৰ অতি প্ৰয়োজন হয়। ভৌগলিক সীমাৰেখা নিৰ্ধাৰণ কৰোঁতে ইতিহাসৰ কথা জড়িত হৈ পৰে।

বৰ্গীকৰণৰ দ্বাৰা চিনাক্ত কৰা ভাষা পৰিয়াল সমূহৰ ভিতৰত ভাৰত ইউৰোপীয় ভাষা পৰিয়ালেই হৈছে পৃথিৱীৰ বৃহত্তম বিস্তৃতিৰ ভাষা পৰিয়াল। বাহ্যিক দৃষ্টিত লক্ষ্য কৰিলে কেতবোৰ ভাষাৰ ধ্বনি,

---

৩৩ Continuous record of events Study of the past involving human affairs or of any related thing, person place, time, or activity systematic or critical analysis of or research in to past events etc —O D C E

ৰূপ-ৰচনা, শব্দমালা, বাক্যবিন্যাস, অৰ্থ আৰু স্থানিক সমীপভাৱ কালৰ পৰা অইন কেইবোৰ ভাষাৰ সৈতে থকা সাদৃশ্য পৰিলক্ষিত হয়। এই সাদৃশ্যবোৰৰ পম খেদি গ'লে সেই ভাষাবোৰৰ এটা পূৰ্বৰূপ আৰু কালক্ৰমত সেই পূৰ্বৰূপৰো পূৰ্বৰূপ এটা পৰিলক্ষিত হয়। এনেধৰণেৰে বিচাৰ কৰি, ভাষাবোৰক এটা পৰিয়ালৰ অন্তৰ্ভূক্ত কৰা হয়। ভাৰত ইউৰোপীয় ভাষা পৰিয়ালৰ নামকৰণো এনেধৰণৰ বিশ্লেষণৰ দ্বাৰা কৰা হৈছে। কিন্তু এনেধৰণৰ অধ্যয়ন প্ৰণালীবদ্ধভাৱে কৰিলেও পোনতে এই ভাষাপৰিয়ালৰ ভাষা ক'ত ক'ত প্ৰচলিত হৈ আছিল, কোন কোন গোষ্ঠীৰ লোকে এই ভাষা কৈছিল, কোন কোন অঞ্চলৰ পৰা পৰৱৰ্তী কালত ই লুপ্ত হ'ল, আৰু ক'ত ক'ত নো ই পৰিব্যাপ্ত হৈ পৰিল তাক জনাটোৰ প্ৰয়োজন হৈ পৰে। একালৰ পৰা চালে জনাৰ প্ৰয়োজন হোৱা এই কথাখিনি ভাষাৰ বুৰঞ্জী, ইয়াৰ লগত ইতিহাসৰ প্ৰত্যক্ষ সম্পৰ্ক নাই। কিন্তু আনদিশৰ পৰা চালে ইয়াৰ লগত মানৱ ইতিহাসৰ উত্থান-পতনৰ কাহিনী জড়িত হৈ আছে, কিয়নো মানৱ ইতিহাসৰ কথা নজনাকৈ কোনো এটা ভাষাৰ সময় সূচী (উদ্ভৱ কাল বা লুপ্ত হোৱাৰ) নিৰূপন কৰাটো সম্ভৱপৰ নহয়। উদাহৰণস্বৰূপে, আৰ্যসকলৰ সিন্ধু গঙ্গানদী উপত্য-কালৈ আগমন কালৰে পৰাই প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ সময় গণনা কৰিব পাৰি। মানৱ ইতিহাসৰ ৰাজনৈতিক, সামাজিক আৰু ধৰ্মীয় পৰিৱেশ আদিৰ পৰিপ্ৰেক্ষিতত ভাষাৰ কিদৰে ক্ৰমবিকাশ হৈছে সেয়া আলোচনা কৰিবলৈ যাওঁতে আনুষংগিকভাৱে ইতিহাসৰ কথা আহি পৰে। কোনো কোনো অঞ্চলত প্ৰচলিত ভাষাৰ আলোচনা কৰোঁতে সেই সেই ভাষা কোৱা লোকসকলৰ উদ্ভৱ বা উৎপত্তি তেওঁলোকৰ সামাজিক সাংস্কৃতিক পটভূমি আদিৰ আলচ কৰাটোৰ প্ৰয়োজন হয় আৰু তাকে কৰিবলৈ যাওঁতে সেই সেই ভাষাকোৱা লোকৰ ইতিহাসৰ সহায় ল'ব লগীয়া হয়।

৩৪ পাটগিৰী, দীপ্তি ফুকন, ভাষাতত্ত্ব, পৃ° ১৮১

বর্ণনাত্মক ( Descriptive ) আৰু ঐতিহাসিক ( Historical or Diachronic ) দৃষ্টিৰে ভাষাবিজ্ঞানৰ আলচ কৰোতেও, ভাষাটোৰ সমকালীন পটভূমি জানিবলৈ, ভাষাকোৱা লোকসকলৰ ( History of Mankind ) ইতিহাস জনাটোৰ প্ৰয়োজন হয়। ৰাজ্যভাষা, ৰাষ্ট্ৰভাষা আদিৰ আলোচনা প্ৰসঙ্গতো কোনো এটা জাতিৰ বুৰঞ্জীৰ অধ্যয়ণ কৰাটো দৰকাৰী হৈ পৰে। উদাহৰণ স্বৰূপে, অসমীয়া ভাষাৰ উদ্ভব আৰু ক্ৰমবিকাশৰ বুৰঞ্জীৰ আলোচনা প্ৰসঙ্গত 'অসম' ভূখণ্ডৰ নামকৰণৰ মূল উৎস, আহোম সকলৰ অসমাগমনৰ সময় আৰু সেইসময়ত অসমত থকা অন্যান্য লোকসকলে আহোম সকলক দিয়া 'অপৰাজেয় 'অ-সম' আদি আখ্যাৰ কথা উল্লেখ কৰিব লগীয়া হয়—যিবোৰ প্ৰকৃতার্থত ইতিহাসৰহে সমল। তেনেদৰে, কোনো এটা ভাষাৰ কোনো এক নিৰ্দিষ্ট নিৰ্ধাৰিত সময়ৰ গঠন-পদ্ধতিৰ আলোচনা কৰোতে, ভাষাটোৰ কথিত নিদৰ্শন নথকা অবস্থাত বহুলাংশে বুৰঞ্জীৰ সহায় লব লগীয়া হয়। ভাষা এটাৰ শব্দভাণ্ডাৰত পৰিলক্ষিত হোৱা দেশী-বিদেশী শব্দৰ উৎস নিৰ্ণয়, বিদেশী শব্দ সোমাই পৰাৰ সময় আদিৰ কথা জানিবলৈও সেই বিদেশী শব্দটো ব্যৱহাৰ কৰা জনসম্প্ৰদায়ৰ সৈতে থকা যোগসূত্ৰৰ বুৰঞ্জী জানিব লগীয়া হয়। প্ৰকৃতাৰ্থত, ভাষাৰ বুৰঞ্জী আৰু সাহিত্যৰ বুৰঞ্জী এই দুয়োটাকে জানিবলৈ হ'লে ইতিহাসৰ আশ্ৰয় লোৱাটোৰ নিতান্তই প্ৰয়োজন হয়।

## ২ ৭ ৯ ভাষাবিজ্ঞান আৰু সংস্কৃতি

কোনো জনসমষ্টিৰ সামূহিক জীৱন পদ্ধতিৰ অভিব্যক্তিয়েই সেই ঠাইৰ বা সেই জনসমষ্টিৰ সংস্কৃতি। এজন ব্যক্তিৰ মাজত লুকাই থকা আত্মপ্ৰকাশৰ অভিলাষ, এক জনসমষ্টি বা এখন সমাজৰ ক্ষেত্ৰতো প্ৰযোজ্য হয়। এই অভিলাষ, আত্মপ্ৰকাশৰ এই আকুলতা সমাজ

এখনৰ সামাজিক ৰীতি-নীতি, চলন ফুৰণ, ভঙ্গী--ভাষণ খাৱন-দাৱন উঠন-বহন, পিন্ধন-উৰণ, আচাৰ-ব্যৱহাৰ, গীত-নৃত্য, বাদ্য, ভাস্কৰ্য, স্থপতিবিদ্যা, শিল্পকলা আদি মানৱীয় কাৰ্যৰ সৰ্বত্ৰত প্ৰতিফলিত হয়।[৩৫] কোনো এক জনসমষ্টিৰ সামূহিক জীৱন যাপনৰ মাধ্যম হৈছে ভাষা। ভাষা অবিহনে মানুহে সামাজিক আৰু সাংস্কৃতিক কাৰ্য সাধিত কৰিব নোৱাৰে। প্ৰকৃততৰে পৰা মানৱ সভ্যতাৰ সৈতে সংস্কৃতিৰ দিশটোও জড়িত হৈ আহিছে। মানৱ সভ্যতা আৰু সংস্কৃতিৰ সৈতে আকৌ ভাৱবিনিময় আৰু পাৰস্পৰিক যোগাযোগৰ মাধ্যম ভাষা জড়িত হৈ আছে। কোনো জনসমষ্টিৰ সামাজিক ৰীতি-নীতি, পালনীয় ধৰ্মীয় বিশ্বাস, সাহিত্য ভাষা আদিৰ বিশ্লেষণৰ দ্বাৰাহে সেই সংস্কৃতিৰ আলোচনা কৰাটো সম্ভৱপৰ হয়। ভাষাকোৱা আৰু ভাষা ক'ব নোৱাৰা দুয়ো শ্ৰেণীৰ জীৱই দুই ধৰণৰ যোগাযোগৰ ( Communicative System ) পদ্ধতি অৱলম্বন কৰা দেখা যায়। এবিধ হৈছে জন্মগত ভাৱে আয়ত্ব কৰা যোগাযোগৰ পদ্ধতি আৰু আনবিধ হৈছে সাংস্কৃতিক প্ৰক্ৰিয়াৰে আয়ত্ব কৰা যোগাযোগৰ পদ্ধতি। জন্মগতভাৱে লাভ কৰা যোগাযোগৰ পদ্ধতি ( Cenetic Mechanism ) অনুসৰি উপৰিপুৰুষৰ পৰা লাভ কৰা 'জিন ( Gene )' ৰ প্ৰভাৱে শাৰীৰিক বিকাশ আৰু ব্যক্তিৰ আচৰণৰ দিশ নিয়ন্ত্ৰিত কৰে। সাংস্কৃতিক পদ্ধতিৰ (Cultural Mechanism) দ্বাৰা আয়ত্ব কৰা অভ্যাসৰ সৈতে 'শিকিলোৱা জ্ঞানৰ' (Learning) প্ৰশ্নটো জড়িত হৈ আছে। এই 'শিকিলোৱা জ্ঞান'ৰ কথাটো বা অভ্যাসৰ কথাটো, শিশুৱে পৰিৱেশত দেখি-শুনি ভাষা ক'বলৈ শিকা আৰু বিপদ সংকেত বুজি অনুধাৱন কৰাৰ পাছত মেকুৰীৰ ভয়ত নিগনিয়ে পলাবলৈ শিকা—এই দুয়ো ক্ষেত্ৰতে প্ৰায় সমপৰ্যায়ৰ। মনকৰিব লগীয়া যে এই 'সাংস্কৃতিক অভ্যাস' কেৱল

---

৩৫ গোস্বামী, উপেন্দ্ৰ নাথ ঃ 'ভাষা বিজ্ঞান' পৃষ্ঠা ৫৭

শিকিলোৱাতে সম্পূৰ্ণ নহয়, শিক্ষণৰ ( Teaching ) কথাটোও ইয়াৰ লগত আনুষংগিকভাৱে জড়িত হৈ আছে। উপৰিপুৰুষে তেওঁলোকৰ পিছৰ পুৰুষক, পিছৰ পুৰুষে তেওঁলোকৰ পিছৰ পুৰুষক দিয়া শিক্ষণৰ জৰিয়তেহে এই সাংস্কৃতিক অভ্যাস আয়ত্ত কৰা কাৰ্য সম্পন্ন হয়। 'শিকি লোৱা' আৰু 'শিক্ষণ' এই দুয়োটা সাংস্কৃতিক অভ্যাসৰ জৰিয়তেহে প্ৰকৃতাৰ্থত ভাষা সৃষ্টি কৰা কাৰ্য সম্ভৱপৰ হয়, সেইদিশৰ পৰা চালে ভাষাবিজ্ঞানৰ অধ্যয়নত সংস্কৃতিৰ এক সুকীয়া স্থান আছে। কোনো জনসমষ্টি বা সমাজৰ সংস্কৃতিৰ ৰূপ সদায়ে একে ধৰণৰে নাথাকে। সংস্কৃতিৰ পৰিৱৰ্তন আপেক্ষিকভাৱে ভাষাতকৈও সঘনাই হয় আৰু সেয়ে 'এইখিনিয়েই সংস্কৃতিৰ বিশুদ্ধ ৰূপ', বুলি দেখুৱাব পৰা নাযায়। সংস্কৃতিৰ নিকটস্থানীয় সংস্কৃতিৰ সৈতে আদান-প্ৰদান পূৰ্বক সংমিশ্ৰণ ঘটে আৰু সময় বা যুগ পৰিবৰ্তনৰ সৈতে বৰ্জিতা থুৰাই বিকাশপ্ৰাপ্ত হয়। সংস্কৃতিৰ একক আৰু সামূহিক বা সমষ্টি-গত—এই দুয়োধৰণৰ ৰূপ দেখা যায়। সংস্কৃতিৰ দৰে ভাষাৰো গঢ় আৰু গঠনৰ পৰিবৰ্তন ঘটে। কেৱল সাংস্কৃতিক পৰিৱৰ্তনৰ ফলতেই কোনো এটা ভাষাৰ শব্দমালাৰ মৌলিক শব্দভাণ্ডাৰ লোপ পাব পাৰে। গৱেষণাৰ দ্বাৰা জানিব পৰা হৈছে যে প্ৰায় এহেজাৰ বছৰত কোনো এটা ভাষাৰ মৌলিক শব্দমালাৰ প্ৰায় উনৈশটা শব্দ লোপ পায়। অভাৱ পূৰণৰ অভিপ্ৰায়, দুটা ভাষাকোৱা লোকৰ মাজত ঘনিষ্ঠ সম্বন্ধ, প্ৰাচীন ভাষাৰ মৰ্যাদা, শাসিতসকলৰ শাসকসকলৰ ভাষা গ্ৰহণ কৰাৰ স্পৃহা অথবা তাৰ ওলোটা প্ৰক্ৰিয়া আদি কাৰণৰ ফলত ভাষাৰ বাহিৰপটোৰ সংস্কৃতিৰ দৰেই সঘন পৰিৱৰ্তন ঘটে। নিকটস্থ সংস্কৃতিৰ সংমিশ্ৰণ ঘটাৰ দৰে ওচৰা ওচৰিকৈ থকা ভাষাৰ মাজতো পাৰস্পৰিক সংমিশ্ৰণ ঘটে। জনসমষ্টিৰ কোনো ব্যক্তিৰ আচাৰ আচৰণ, কথন ভঙ্গী, ৰুচি-অভিৰুচিৰ দ্বাৰা সেই ব্যক্তিজনৰ এককস্তৰৰ সংস্কৃতিৰ

আভাস পাব পাৰি। ভাষাৰ ক্ষেত্ৰতো ব্যক্তিভাষা আৰু শৈলী (Style) ৰ কথা একক স্তৰত আহি পৰে।

Edward Sapir ৰ ভাষাৰে ক'বলৈ হ'লে কোনো এখন সমাজৰ চিন্তা-চৰ্চা, আচাৰ-আচৰণক সংস্কৃতিয়ে প্ৰতিফলিত কৰিব পাৰে। সমাজৰ পৰা নিলগাই ৰখা শিশুৰ শাৰীৰিক বিকাশ গতানুগতিকভাবে ঘটিলেও সি ভাষা ক'বগৈ নোৱাৰে। এই খিনিতে সংস্কৃতিৰ এসঙ্গ আহি পৰে। আদিম স্তৰত মানুহৰ ভাষা আৰু সংস্কৃতিৰ ভিন্নতা নাছিল। জনবসতিৰ বিস্তাৰ, জাতি-উপজাতিৰ বিভাজন, প্ৰাকৃতিক বাধা, পাৰস্পৰিক আদান-প্ৰদানৰ অভাৱ আদিৰ ফলতেই মানুহৰ ভাষা (Human Language) ৰ সুকীয়া সুকীয়া বৈশিষ্ট্যই দেখা দিলে। লগে লগে সুকীয়া সুকীয়া সংস্কৃতিৰ ৰূপ-প্ৰতিৰূপৰো সৃষ্টি হ'ল। কালক্ৰমত সভ্যতাৰো সুকীয়া সুকীয়া বৈশিষ্ট্য অনুসৰি সুকীয়া সুকীয়া নামাকৰণ কৰিব পৰা হ'লগৈ। কোনো স্থানৰ ভৌগলিক পৰিৱেশ ( Geographical Environment) আৰু সমাজ ব্যৱস্থাই সেই স্থানৰ সংস্কৃতিৰ গঢ দিয়াৰ দৰে, সাংস্কৃতিক বাতাৱৰণেও ভাষা এটাৰ ধ্বনি, ৰূপ, অৰ্থ আদিৰ ক্ষেত্ৰত এক মুখ্য ভূমিকা গ্ৰহণ কৰে। এনেবোৰ দিশৰ পৰা বিবেচনা কৰি চালে ভাষাৰ সৈতে সংস্কৃতিৰ এক বিশেষ সম্পৰ্ক থকাটো পৰিলক্ষিত হয়।

## ৩ ভাষাবিজ্ঞান আৰু ভাষাতত্ত্ব

ভাষাবিজ্ঞান শব্দটোৰ উদ্ভৱ হৈছে লেটিন শব্দ 'Lingua আৰু 'istics'ৰ পৰা। 'Lingua শব্দৰ আক্ষৰিক অৰ্থ হৈছে Tongue মাত বা কথা, ভাষা আৰু 'istics ৰ অৰ্থ হৈছে জ্ঞান বা বিজ্ঞান। শব্দৰ বুৎপত্তিগত অৰ্থৰ ফালৰ পৰা চালে ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়নেই হৈছে ভাষা বিজ্ঞান ( Linguistics )। ভাষাবিজ্ঞানত সাধাৰণভাৱে মানুহে আয়ত্ত কৰি লোৱা, মানুহে পৰিৱেশত শিকা, ভাষাৰ ( Human Language ) অধ্যয়ন কৰা হয়। মানৱীয় আচাৰ-আচৰণৰ অন্যতম

এক বৈশিষ্ট্য 'ভাষা'ৰ বিষয়ে ভাষাবিজ্ঞানে সাৰ্বজনীনতাৰ পটভূমিত অধ্যয়ণ কৰে। কোনো ভাষাৰ গঠন প্ৰণালীটো দেখুৱাই তাৰ বৰ্ণনা আৰু বিজ্ঞানসন্মত বিশ্লেষণ কৰাটো ভাষাবিজ্ঞানৰ কৰ্মপৰিসৰৰ এক ভিতৰুৱা বিষয়। কি কথিত কি লিখিত সকলো ৰূপৰে ভাষাৰ প্ৰণালী-বদ্ধ অধ্যয়ণ ভাষাবিজ্ঞানত কৰা হয়। মানুহে আয়ত্ব কৰা বা ক'ব পৰা 'ভাষা'ৰ, মানুহৰ দৈনন্দিন জীৱনত পৰিলক্ষিত হোৱা অতুলনীয় স্থানৰ বিশ্লেষণ প্ৰণালীবদ্ধভাবে কৰাটো ভাষা বিজ্ঞানৰ লক্ষ্য আৰু উদ্দেশ্যৰ ভিতৰত পৰে।

ভাষাতত্বত সাধাৰণতে ভাষাৰ লিখিত ৰূপৰ অধ্যযণ কৰা হয়। সাৰ্বজনীনভাৱে 'পৃথিৱীৰ মানুহৰ ভাষা' ( Language as a Universal ) হিচাপে ভাষাৰ অধ্যয়ণ ভাষাতাত্বিকে নকৰে। কোনো ভাষাৰ আলোচনা কৰিবলৈ যাওঁতে ভাষাতাত্বিকে লিখিত ৰূপৰ ভাষাক নিদৰ্শন হিচাপে লোৱাত, কথিত ভাষাৰ ৰূপটোক আওকাণ কৰিব লগা হয়। ভাষা-তত্বত সাধাৰণতে কোনো পুথি অথবা শিলা লেখৰ বিবিধ পাঠান্তৰ আলোচনা কৰি লিখিত ৰূপৰ ভাষাটোৰ শুদ্ধ আৰু পূৰ্ণৰূপ নিৰ্ণয়কৰা হয়।[৩৬] কোনো এটা ভাষাৰ আলোচনা প্ৰসঙ্গত, ভাষাতত্বত, সাংস্কৃতিক তাৎপৰ্য তাৰ সাংস্কৃতিক পটভূমিক অধিকতৰ গুৰুত্ব দিয়া হয়।

ভাষাবিজ্ঞানত লিখিত ৰূপ আৰু অলিখিত ৰূপ, সাহিত্যৰ ফালৰ পৰা সমৃদ্ধ আৰু অসমৃদ্ধ— এই দুয়োৰূপৰ ভাষাৰে আলচ কৰা হয়। ভাষাতাত্বিকে কোনো দেশৰ সাংস্কৃতিক অঙ্গ হিচাপে ভাষাৰ আলোচনা কৰা কাৰ্য ভাষা বিজ্ঞানত কৰা নহয়। ভাষাবিজ্ঞানীয়ে পৰিৱেশত মানুহে আয়ত্ব কৰি লোৱা নৈসৰ্গিক বস্তু হিচাপেহে ভাষাক পৰ্যবেক্ষণ কৰে।[৩৭।১] বিশ্বজনীনতাৰ পটভূমিত মানুহে কোৱা 'ভাষা'ৰ গঠন

৩৬ Sturtevant E H An Introduction to Linguistic Science P 7

৩৭।১ Jesperson Otto Language, P 65

প্ৰণালীটো বিশ্লেষণ পূৰ্বক দেখুওৱা আৰু বৈশিষ্ট্যসমূহ দৃষ্টিগোচৰ কৰাৰ বাহিৰে ভাষাবিজ্ঞানীৰ আন উদ্দেশ্য নাথাকে।[৩৭২] ভাষাৰ উৎপত্তি, গঠন, প্ৰকৃতি আৰু ক্ৰমবিকাশৰ দৰে বিষয়সমূহ যথাক্ৰমে বৰ্ণনাত্মক ( Descriptive ) ঐতিহাসিক ( Historical), আৰু তুলনাত্মক ( Comparative ) ভাৱে ভাষাবিজ্ঞানত কৰা হয়।

মানৱকথিত ভাষাসমূহৰ প্ৰণালীৱদ্ধ আৰু বিজ্ঞানসন্মত শ্ৰেণী-বিভাজন ( Classification ) তথা বিজ্ঞানসন্মত বৰ্ণনা ভাষাবিজ্ঞানত কৰা হয়। ভাষাবিজ্ঞানীসকলে ভাষাৰ ধ্বনিপদ্ধতি ( Sound System ), শব্দ আৰু ৰূপসংযোগৰ পদ্ধতি, বাক্য আৰু খণ্ডবাক্য আদি সামগ্ৰিকভাৱে গঠনৰ বিষয়টোকেই আলোচনা কৰে। প্ৰশ্ন হয়, এজন লোকে কেইবাটাও ভাষা জানে, তেওঁ তেতিয়াহ'লে ভাষাবিজ্ঞানী নে কি ? ভাষা জানিলেই ভাষাবিজ্ঞানী নহয়। জনা ভাষাবোৰৰ গঠন পদ্ধতিৰ পুংখানুপুংখ আৰু প্ৰণালীবদ্ধ আলোচনা দাঙি ধৰা জনহে ভাষাবিজ্ঞানী।

## ৪ ভাষাবিজ্ঞানৰ শাখা

মানুহে পৰিৱেশত আয়ত্ব কৰা ভাষাৰ প্ৰণালীৱদ্ধ অধ্যয়নেই হৈছে ভাষাবিজ্ঞান। এসময়ত ভাষাবিজ্ঞানক Comparative Philology, Glossology, Glotology Linguistic Science আদি নামৰে বুজোৱা হৈছিল। সাম্প্ৰতিক কালত লেটিন মূলোদ্ভৱ 'Linguistics নামেৰে ভাষাৰ প্ৰণালীবদ্ধ অধ্যয়ণ সম্পৰ্কীয় এই শাখাটোক বুজোৱা হৈছে। 'Linguistics' বা 'ভাষাবিজ্ঞানক বহলভাৱে তিনিটা প্ৰধান ভাগত বিভক্ত কৰা হৈছে [১] বৰ্ণনাত্মক ভাষাবিজ্ঞান (Descriptive Lingui

---

৩৭২ গোস্বামী, উপেন্দ্ৰ নাথ ভাষাবিজ্ঞান P 55

stics ) [২] ঐতিহাসিক ভাষাবিজ্ঞান ( Historical Linguistics ) আৰু [৩] তুলনাত্মক ভাষাবিজ্ঞান ( Comparative linguistics ।

## ৪ ১. বৰ্ণনাত্মক ভাষাবিজ্ঞান

কোনো ভাষাৰ কোনো এক নিৰ্দিষ্ট সময়ৰ প্ৰণালীবদ্ধ অধ্যয়ন বৰ্ণনাত্মক ভাষাবিজ্ঞানত কৰা হয়। ইংৰাজী ভাষাৰ 'Descriptive Linguistics' নামটোৰ সমাৰ্থক অসমীয়া ৰূপ 'বৰ্ণনাত্মক ভাষাবিজ্ঞান' কৰা হৈছে। বৰ্ণনাত্মক ভাষাবিজ্ঞানক 'চিন্‌ক্ৰনিক' ( Synchronic ) ভাষাবিজ্ঞানো বোলা হয়। কোনো কোনোৱে বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ সলনি 'গঠনমূলক ভাষাবিজ্ঞান' শব্দটোও ব্যৱহাৰ কৰিছে। বৰ্ণনাত্মক ভাষাবিজ্ঞানত ভাষাটোৰ অতীতৰ ৰূপ বা পূৰ্বৰূপ আৰু ভৱিষ্যতে হ'ব পৰা সাম্ভাব্য পৰিবৰ্তন আদিৰ কথা আলচ নকৰি কেৱল ভাষাটোৰ কোনো এক সময়ৰ গঠন পদ্ধতিৰ স্বৰূপহে দাঙি ধৰা হয়। কোনো ভাষাৰ কথিত আৰু লিখিত এই দুয়োৰূপৰ ওপৰত ভিত্তি কৰিয়েই সাধাৰণতে ভাষাৰ গঠন প্ৰণালী নিৰূপিত কৰা হয়। এই ক্ষেত্ৰত কোনো এটা ভাষাৰ ধ্বনিগ্ৰাম[৩৯] ( Phoneme ) আৰু ৰূপগ্ৰাম ( Morpheme )ৰ দৰে মৌলিক একক সমূহৰ সহায়ত বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ বিজ্ঞানীসকলে, যোগাযোগৰ মাধ্যম হিচাপে ব্যৱহৃত ভাষা এটাৰ, প্ৰকাশভঙ্গীৰ পদ্ধতিসমূহৰ বিষয়ে থুলমূল এক আভাস আমাক দিব পাৰে।[৪০]

---

৩৮ গোস্বামী উপেন্দ্ৰ নাথ ভাষাবিজ্ঞান, পৃ ৪৬

৩৯ ড গোলোক চন্দ্ৰ গোস্বামীয়ে Morpheme'ৰ সমাৰ্থক অসমীয়া প্ৰাকৃতি আৰু 'Phoneme'ৰ সমাৰ্থক অসমীয়া বৰ্ণ কৰিছে।

৪০ Using the Phoneme and the morpheme as their basic units linguists have been able to build a comprehensive theory of the expression side of language and to make detailed and comprehensive statements about the expression systems of specific languages This is what is ordinarily called Descriptive linguistics
—Gleason H A Descriptive Linguistics P 11

বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ প্ৰতিৰূপ 'Synchronic' শব্দটোৰ, 'Syn' শব্দাংশৰ অৰ্থ হৈছে 'সজ বা লগ' আৰু 'Cronos' শব্দাংশৰ অৰ্থ 'কোনো এক সময়'। অৰ্থাৎ 'যাৰ কোনো এক সময়ৰ লগত সম্পৰ্ক বা সম্বন্ধ আছে'। ব্যুৎপত্তিগত অৰ্থৰ ফালৰ পৰাও অনুধাবন কৰিলে দেখা যায় যে বৰ্ণনাত্মক (Synchronic) ভাষাবিজ্ঞানৰ আলোচ্য বিষয়ে কোনো এক সময়ৰ নিৰ্ধাৰিত সীমা অতিক্ৰম কৰি নাযায়। 'কাল' বা 'সময়ৰ' সৈতে সম্বন্ধিত কাৰণে ইয়াক 'এককালিক ভাষাবিজ্ঞান' আখ্যাও দিয়া হৈছে। ভাষাবিজ্ঞানী 'ফাৰ্ডিনাণ্ড ডি চুচুৰ'ৰ মতে, "যেতিয়া কোনো এটা ভাষাৰ অধ্যয়ন কৰা কৰা হয় তেতিয়া সংশ্লিষ্ট ভাষাটোৱে অতিক্ৰম কৰি অহা বিভিন্ন সময়ৰ স্তৰৰ কথা মনলৈ নানি ভাষাটোৰ সেইসময়ৰ ৰূপ বা অবস্থাৰ বিষয়তহে মনোনিবেশ কৰা হয়। সেয়েহে কোনো ভাষাবিজ্ঞানীয়ে যদিহে কোনো ভাষাৰ কোনো এক সময়ৰ ৰূপৰ বিষয়ে অধ্যয়ন কৰিব খোজে তেতিয়াহ'লে তেওঁ বিভিন্ন সময়ৰ মাজেদি হোৱা ঐতিহাসিক বিৱৰ্তনৰ কথা আওকাণ কৰিব লাগিব। Ferdinand de Saussnre এ ভাষাবিজ্ঞানৰ অন্য এক শাখা ঐতিহাসিক (Diachronic) ভাষাবিজ্ঞানতকৈ বৰ্ণনাত্মক ভাষাবিজ্ঞানৰহে গুৰুত্ব অধিক বুলি গণ্য কৰিছিল। কিয়নো বৰ্ণনাত্মক ভাষাবিজ্ঞানে ভাষা এটাৰ গঠন পদ্ধতিৰ বিষয়ে আলচ কৰে, ঐতিহাসিক ভাাষবিজ্ঞানে আকৌ ইয়াৰ অৰ্থাৎ ভাষাটোৰ মৌলিক একক (Units) সমূহৰ বিষয়ে অধ্যয়ন কৰে। এক সৰল চিত্ৰৰ সহায়েৰে Saussure এ বৰ্ণনাত্মক আৰু ঐতিহাসিক ভাষাবিজ্ঞানৰ মাজৰ পাৰ্থক্য নিৰ্দেশ কৰিছিল



চিত্ৰ নং—২

কাষৰ চিত্ৰৰ ক খ এই সমান্তৰালভাৱে থকা ৰেখাডাল বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ চিহ্ন। ই স্থিৰ (Static)। উলম্বভাৱে থকা গঘ ৰেখাডালে ক খ ৰেখা ডালৰ যিকোনো বিন্দুতে কটাকটি কৰিব

পাৰে কিয়নো এই ঐতিহাসিক ভাষাবিজ্ঞানসূচক ৰেখাডাল গতিশীল ।[৪১] বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ সৈতে সম্বন্ধিত হৈ থকা 'কাল বা সময়'ৰ ক্ষেত্ৰত প্ৰশ্ন হয় যে, সময় স্থিৰ বা এক স্থৱিৰ ( Static ) ৰূপৰ বস্তু নহয়, ই গতিশীল , তেনেস্থলত নিৰ্দিষ্ট সময় বা কালক কিদৰে চিহ্নিত কৰা যায় ? ভাষাওতো স্থিৰ নহয় , ভাষা পৰিবৰ্তনশীল । তেনে-স্থলত 'কোনো এক সময়'ৰ 'কোনো এক ভাষা'ৰ বৰ্ণনাত্মক বিশ্লেষণ আগবঢ়োৱাটো কিমান বিজ্ঞানসম্মত ? এই প্ৰসঙ্গত উল্লেখ কৰা যায় যে বৰ্ণনাত্মক ভাষাবিজ্ঞানত আপেক্ষিকভাৱে ধৰি লোৱা হয় যে কোনো এক সময় বা যুগত ভাষাৰ পৰিবৰ্তন হোৱা নাই আৰু সেই যুগৰ ভাষাৰে বৰ্ণনাত্মক বিশ্লেষণ কৰা হৈছে। কিন্তু আপেক্ষি-কতাৰ প্ৰশ্ন উঠিলেও ভাষাবিজ্ঞানৰ বৰ্ণনাত্মক ( Synchronic ) শাখা-টোৱেই অন্যান্য দুটা শাখা ঐতিহাসিক ( Diachronic ) আৰু তুলনামূলক ( Comparative ) ভাষাবিজ্ঞানৰ মূল বুনিয়াদ বা ভেঁটি স্বৰূপ ।

## ৪.২ ঐতিহাসিক ভাষাবিজ্ঞান

ভাষাবিজ্ঞানৰ যিটো শাখাত কোনো এটা ভাষাৰ বিভিন্ন সময়ৰ মাজেদি হোৱা পৰিবৰ্তন তথা বিৱৰ্তনৰ ধাৰা বিশ্লেষণ কৰা হয় তাক ঐতিহাসিক ভাষাবিজ্ঞান বোলা হয়। ঐতিহাসিক ভাষাবিজ্ঞানৰ ইংৰাজী প্ৰতিৰূপ হিচাপে "Historical Linguistics" আৰু "Diachronic Linguistics"ৰ ব্যৱহাৰ কৰা হৈছে। গ্ৰীক শব্দ 'Chronos ৰ অৰ্থ হৈছে 'কোনো এক সময় বা কাল' আৰু 'Dia' শব্দৰ অৰ্থ হৈছে 'অতিক্ৰম কৰি যোৱা বা পাৰ হৈ যোৱা'। ব্যুৎপত্তিগত অৰ্থ হ'ব 'যি কোনো এক সময়ক অতিক্ৰম কৰি যায়' অৰ্থাৎ যি কোনো ভাষাৰ বিভিন্ন সময়ৰ মাজেৰে হোৱা বিৱৰ্তনৰ ধাৰা বিশ্লেষণ কৰে। ইয়াকে

৪১. Saussure Ferdinand de . Course in Gen Linguistics

কৰিবলৈ যাওঁতে কোনো এটা ভাষাৰ, কোনো এক স্তৰ নিদৰ্শনহীন অৱস্থাত থাকিলে তাৰ পুণৰনির্মানো ( Reconstruction ) ঐতিহাসিক ভাষা বিজ্ঞানে কৰি লয়। কোনো এটা ভাষাৰ প্ৰাৰম্ভিক স্তৰৰ পৰা অৰ্বাচীন ৰূপলৈ কিদৰে বিকাশ হ'ল তাক বিজ্ঞানসন্মতভাৱে উত্থাপন কৰাটো ঐতিহাসিক ভাষাবিজ্ঞানৰ উদ্দেশ্যৰ ভিতৰত পৰে। সময়ৰ বিভিন্ন স্তৰৰ মাজেৰে হোৱা ভাষাৰ ক্ৰমবিৱৰ্তন দেখুৱাবলৈ যাওঁতে পিছে বৰ্ণনাত্মক ভাষা বিজ্ঞানো তাৰ মাজতে সোমাই পৰে। সময়ৰ স্তৰৰ মাজেৰে ক্ৰমবিৱৰ্তনৰ ধাৰাৰ অধ্যয়ণ প্ৰসঙ্গত, মূল লেটিন ভাষাৰ পৰা ফৰাচী আৰু ইটালীয়ান ভাষাৰ উৎপত্তি তথা অসমীয়া, হিন্দী, ওড়িয়া আদি ভাষাবোৰৰ মূল সংস্কৃত ভাষাৰ পৰা উদ্ভৱ হোৱাৰ কথাটো লক্ষ্য কৰিব পাৰি।

## ৪.৩ বৰ্ণনাত্মক আৰু ঐতিহাসিক ভাষাবিজ্ঞানৰ পাৰ্থক্য : দৃষ্টিভঙ্গী আৰু পদ্ধতিগত

ভাষাবিজ্ঞানৰ প্ৰধান দুটা শাখা বৰ্ণনাত্মক ভাষা বিজ্ঞানৰ ক্ষেত্ৰত কোনো এক নিৰ্ধাৰিত বা নিৰ্দিষ্ট (given time) সময়ৰ প্ৰশ্ন জড়িত হৈ আছে কিন্তু ঐতিহাসিক ভাষাবিজ্ঞানৰ ক্ষেত্ৰত সময়ৰ বিভিন্ন (through time) কথাহে জড়িত হৈ পৰিছে।[৪২] বৰ্ণনাত্মক শাখাৰ অধ্যয়নত কোনো এটা ভাষাৰ পূৰ্বৰূপ অথবা ভৱিষ্যতৰ সম্ভাব্য পৰিবৰ্তন বা সংযোজনৰ আভাস দিয়া নহয়, ঐতিহাসিক ভাষা বিজ্ঞানত কিন্তু ভাষাৰ পূৰ্বৰূপৰ পৰা আৰম্ভ কৰি অৰ্বাচীন স্তৰলৈ, ভিন্নস্তৰীয়

৪২ Descriptive linguistics deals with the design of the language of some community at a given time, ignoring interpersonal and inter-groups differences
Hockett C F A course in Modern Linguistics P 321

বিকাশ তথা পৰিৱৰ্তন দেখুওৱা হয়। বৰ্ণনাত্মক ভাষা বিজ্ঞানত কোনো এটা ভাষাৰ কথিত ৰূপৰ পৰাও ভাষাটোৰ গঠন প্ৰণালী নিৰূপন কৰি লোৱা হয়, ইয়াত অৱশ্যে অৰ্থবিজ্ঞানে আলচ কৰা বিষয় সমূহৰ গভীৰতালৈ যোৱা নহয়। ঐতিহাসিক ভাষাবিজ্ঞানে কোনো এটা ভাষাৰ বিৱৰ্ত্তনৰ বিভিন্ন স্তৰৰ আলোচনা প্ৰসঙ্গত, কোনো এটা স্তৰৰ নিদৰ্শন যদি নাপায় তেতিয়াহ'লে ভাষাটোৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু শব্দ ভাণ্ডাৰৰ বিভিন্ন দিশৰ বিশ্লেষণ পুৰ্বক ভাষাটোৰ নোপোৱা স্তৰটোৰ পূনৰ নিৰ্মাণ কৰি লয়।

ভাষাৰ বিভিন্ন মৌলিক উপাদানসমূহৰ অন্যতম হ'ল—ধ্বনি, ৰূপ, বাক্য ইত্যাদি। ঐতিহাসিক আৰু বৰ্ণনাত্মক উভয় শাখাতেই এই উপাদানসমূহৰ বিশ্লেষণ কৰা হয় যদিও বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ ক্ষেত্ৰত কোনো এক সময়ৰ (given time) প্ৰশ্ন জড়িত হৈ থাকে। উদাহৰণ স্বৰূপে, অসমীয়া ভাষাৰ আত্মবাচক আৰু সৰ্বনামসূচক সৰ্বনামবোৰৰ (The Reflexive and Honorific Pronoun) ভিতৰত অন্যতম এটি সৰ্বনাম শব্দ হ'ল—'আপুনি'। আপুনি শব্দটোৱে ইযাৰ মূল প্ৰাচীন ভাৰতীয আৰ্য (OIA) ভাষাৰ পৰা মধ্য ভাৰতীয় আৰ্য ভাষা (MIA), আৰু মধ্য ভাৰতীয় আৰ্য ভাষাৰ পৰা নব্য ভাৰতীয় আৰ্য (NIA) ভাষাৰ স্তৰতহে অৰ্বাচীন কালত ব্যৱহৃত ৰূপ পাইছে। শব্দটি সাম্প্ৰতিক কালৰ ৰূপৰ ভিত্তিত যদি বিশ্লেষণ কৰা হয় তেতিয়াহ'লে প্ৰথমতে ইয়াৰ ধ্বনিতত্ত্বৰ (phonology) দিশটো উন্মোচিত হ'ব। 'আ+প+উ+ন+ই' এই পাঁচোটা ধ্বনিৰে 'আপুনি' শব্দটো গঠিত হৈছে। পাঁচোটা ধ্বনিৰ ভিতৰত তিনিটা স্বৰধ্বনি (Vowel), স্বৰমধ্যৱৰ্তী অৱস্থানত দুটাকৈ ব্যঞ্জনধ্বনি (Consonant) আছে। ৰূপতাত্ত্বিক দিশৰ পৰা বিচাৰ কৰি চালে এই সৰ্বনাম শব্দটিৰ বিভিন্ন কাৰকত বিভিন্ন ৰূপ পোৱা যাব।

মূল শব্দ 'আপুনি'। কৰ্তাকাৰকৰ একবচনত কোনো বিভক্তিৰ চিহ্ন হোৱা নাই।

| | একবচন | বহুবচন |
|---|---|---|
| কৰ্তাকাৰক | আপুনি + শূণ্যবিভক্তি | আপোনালোক-এ<br>আপোনাসকল-এ |
| কৰ্মকাৰক | আপোনা-ক | আপোনালোক-ক<br>আপোনাসকল-ক |
| নিমিত্তকাৰক | আপোনা-লৈ | আপোনালোক-লৈ<br>আপোনাসকল-লৈ |
| সম্বন্ধপদ | আপোনা-ৰ | আপোনালোক-ৰ<br>আপোনাসকল-ৰ |
| অধিকৰণকাৰক | আপোনা-ত | আপোনালোক-ত<br>আপোনাসকল-ত |
| কৰণকাৰক | আপোনা-ৰ দ্বাৰা | আপোনালোক-ৰ দ্বাৰা<br>আপোনাসকল-ৰ দ্বাৰা |
| অপাদানকাৰক | আপোনা-ৰ পৰা | আপোনালোক-ৰ পৰা<br>আপোনাসকল-ৰ পৰা |

বৰ্ণনাত্মক দৃষ্টিভঙ্গীৰে চালে দেখা যাব যে 'আপুনি'—এই সৰ্বনাম শব্দটোৰ কৰ্তাকাৰকৰ বহুবচন, কৰ্মকাৰক, নিমিত্তকাৰক, সম্বন্ধপদ, অধিকৰণ, কৰণ আৰু অপাদানকাৰকত, ৰূপতত্বপ্ৰভাৱিত ধ্বনিপৰিৱৰ্তনৰ ফলত 'আপোনা ৰূপ প্ৰাপ্ত হৈছে। একেদৰে, কৰ্তা কৰ্ম, নিমিত্ত, সম্বন্ধ আৰু অধিকৰণ কাৰকত বিভক্তিৰ চিহ্ন, যথাক্ৰমে, 'এ', 'ক', 'লৈ', 'ৰ' আৰু 'ত' যুক্ত হৈছে তথা কৰণকাৰক আৰু অধিকৰণ কাৰকত অনুসৰ্গ (Post-position) যুক্ত হৈছে। ঐতিহাসিক (Diachronic) দৃষ্টিভঙ্গীৰে বিশ্লেষণ কৰিলে অৱশ্যে 'আপুনি' শব্দটোৰ আধুনিক ভাৰতীয়

ভাষাৰ ('অসমীয়া') পূৰ্ব্বৰূপবো উৎস বিচাৰি যাব লাগিব। অসমীয়া ভাষাত পুৰণি কালৰে পৰাই নিজাঅৰ্থ বুজাবলৈ আৰু নিজৰ দ্বাৰা অৰ্থ বুজাবলৈ 'আপোন' 'আপুনি' শব্দৰ ব্যৱহাৰ কৰা হৈ আছিছে। উদাহৰণ "আপুনি আপোন বন্ধু। আপুনি আপোন শত্রু। আপুনি আপোন বাখে মাৰে" মাধৱদেৱ। প্রাচীন ভাৰতীয় আৰ্য ভাষাত (OIA) ইয়াৰ ৰূপ আছিল 'আত্মন'। মধ্যভাৰতীয় আৰ্যভাষাত (MIA) ইয়াৰ ৰূপ হয়গৈ 'অপ্পন' আৰু নব্যভাৰতীয় আৰ্য ভাষাত ইয়াৰ ৰূপ হয় 'আপোন'। বিভক্তি যুক্ত হৈ ই 'আপুনি' ৰূপ ল'লে। আত্মবাচক 'আপুনি'. আত্মন >অপ্পন>আপোন, আপুনি অথবা, OIA আত্মনক> MIA অপ্পনঅ>NIA আপোন, আপুনি। ইতিপূৰ্বে, বৰ্ণনাত্মক (Synchronic) বিশ্লেষণত কৰা কাৰক আৰু বিভক্তি চিহ্নযুক্ত ৰূপবিচাৰত মূল আৰু শব্দ আৰু বিভক্তি চিহ্ন সমূহৰ উৎস বিচাৰ কৰা নহয়। ঐতিহাসিক ভাষা বিজ্ঞানৰ দৃষ্টিভঙ্গীত মূল শব্দটোৰ উৎস নিৰ্ণয় কৰাৰ লগতে কাৰক তথা বিভক্তিৰ চিহ্ন সমূহ আৰু ৰূপতত্ত্ব প্রভাৱিত ধ্বনিগত পৰিবৰ্ত্তন (Morphophonemic change) ৰ বিজ্ঞানসম্মত বিশ্লেষণো দাঙি ধৰিব লাগিব। উদাহৰণস্বৰূপে, অধিকৰণ কাৰকৰ একবচনত 'আপোনা+ত' আৰু বহুবচনত 'আপোনালোক-ত' এই শব্দদুটাৰ লগত উভয়ে ত' বিভক্তিচিহ্ন যোগ কৰা হৈছে। 'ত' বিভক্তিৰ উৎপত্তি মূল OIA ত্র <MIA ত্ত > MIA ত — এনেদৰে হৈছে। সময়ৰ বিভিন্ন স্তৰৰ মাজেৰে বিবৰ্তিত হৈ অহা ভাষাটোৰ ধ্বনিগত, ৰূপগত, শব্দভাণ্ডাৰ আৰু অৰ্থগত পৰিবৰ্তনৰ সমূহদিশ ঐতিহাসিক ভাষাবিজ্ঞানত আলচ কৰা হয়। 'আপুনি' শব্দটোৰ বিশ্লেষণৰ দ্বাৰা ঐতিহাসিক আৰু বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ মৌলিক পাৰ্থক্য তথা দৃষ্টিভঙ্গী ওপৰত দাঙি ধৰা হ'ল।

## ৪৪ বৰ্ণনাত্মক আৰু ঐতিহাসিক ভাষা বিজ্ঞানৰ শাখা ঃ

বৰ্ণনাত্মক ভাষাবিজ্ঞানক সাধাৰণ ভাৱে এককালিক ভাষাবিজ্ঞান

বোলা হয়। সাধাৰণ দৃষ্টিত বৰ্ণনাত্মক আৰু এককালিক ভাষাবিজ্ঞানৰ মাজত পাৰ্থক্য দেখা নগলেও "A course in Modern Linguistics" নামৰ গ্ৰন্থৰ প্ৰণেতা Charles F. Hockett এ ক্ষেত্ৰবোৰ সূক্ষ্ম পাৰ্থক্যৰ কথা উল্লেখ কৰি গৈছে। একেটা ভাষাৰে মাজত ব্যক্তিভেদে ভাষাৰ ভিন্নতা পৰিলক্ষিত হয়। অঞ্চলভেদে, সামাজিক, প্ৰাকৃতিক বাধাৰ ফলতো একেটা ভাষাৰ মাজত ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক আৰু শব্দসম্ভাৰগত পাৰ্থক্য দেখা যায়। ব্যক্তিভেদে আৰু অঞ্চলভেদে ভাষাৰ যি পাৰ্থক্য, যি তাৰতম্য পৰিলক্ষিত হয় তাৰ আলোচনা বৰ্ণনাত্মক ভাষাবিজ্ঞানে নকৰে। তাৰ আলোচনা কৰে এককালিক (Synchronic) ভাষা বিজ্ঞানেহে। একেটা ভাষাৰ মাজতে থকা আঞ্চলিক পাৰ্থক্য আদিৰ ফলত সৃষ্ট উপভাষাৰ (Dialect) অধ্যয়ণৰ কাৰণে এককালিক ভাষাবিজ্ঞানৰ মাজতে অন্য এক ধাৰাৰো সৃষ্টি হৈছে—সেয়া হৈছে উপভাষাবিজ্ঞান (Dialectology)। বিভিন্ন ভাষাৰ ভৌগলিক অৱস্থান তথা ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক যোগসূত্ৰ আৰু অৱস্থানগত গুৰুত্বৰ দিশৰ পৰা লক্ষ্য কৰি কৰা আলোচনাক ভাষাবিজ্ঞানৰ অন্য এক ধাৰাৰ অন্তৰ্ভূক্ত কৰা হৈছে সেয়া হৈছে—ভৌগলিক ভাষাবিজ্ঞান (Geolinguistics)। আগতেই উল্লেখ কৰা হৈছে যে বৰ্ণনাত্মক ভাষাবিজ্ঞানক গঠনমূলক ভাষাবিজ্ঞানো বোলা হয়। প্ৰকৃতাৰ্থত গঠনমূলক বা সংৰচনাত্মক (Structural) ভাষাবিজ্ঞান বৰ্ণনাত্মক ভাষাবিজ্ঞানৰেই এক উল্লেখযোগ্য শাখা। 'Structural Linguistics', সংৰচনাত্মক ভাষাবিজ্ঞানক বুজাবৰ বাবে বহু ভাষাবিজ্ঞানীয়ে অবয়ৱ বা গঠনসৰ্বস্বতাৰ কথা ক'ব খোজে। ভাষা এটাৰ গঠনত ব্যৱহৃত ধ্বনি (Sound), ৰূপ (Morph), বাক্য (Sentence) আদিৰেই ভাষাৰ সামগ্ৰিক অৱয়ৱটো গঠিত হয়। এই অংশ সমূহ পৰস্পৰৰ সৈতে সংযুক্ত হৈ থাকে। ভাষাৰ সামগ্ৰিক অবয়ৱ গঠিত কৰা ভাষাৰ এই উপাদানবোৰৰ কোনোটোৰ পৰিবৰ্তন ঘটিলে সি একাদিক্ৰমে তাৰ

আন্নুষংগিক অনান্য উপাদানবোৰকো প্ৰভাৱিত কৰিব। Invitation to Linguistics গ্ৰন্থৰ ৰচক Mario pei ৰ ভাষাৰে ক'বলৈ গ'লে—"Strctural linguistics may also however be taken in a narrower sonse to refer to the work of a particular school of Descriptive linguistics which holds the language changes occur not in an individual or haphazard fashion but throughout the entire pattern or system of the language with a definite inter relation linking the changes to on another" ভাষাক সামগ্ৰিক ভাৱে তাৰ মৌলিক একক (basic units) সমূহৰ সহযোগত এক আবয়ৱিক ৰূপত (Structure) গ্ৰহণ কৰাটো অৱয়ৱবাদ (Structúralism) ৰ মূল উদ্দেশ্য। গঠনমূলক বা সংৰচনাত্মক ভাষা-বিজ্ঞানত ভাষাৰ অৰ্থৰ দিশটো আওকাণ কৰি অৰ্থনিৰপেক্ষ বিচাৰ বিশ্লেষণ আগবঢোৱা হয়।[৪৩] মনকৰিব লগীয়া, এককালিক ভাষাবিজ্ঞান (Synchronic linguistics) আৰু বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ (Descriptive linguistics) মাজত বৈপৰীত্য বা সাদৃশ্যহীনতাৰ অভাৱ, একাৰ্থত দুয়োটা শাখাৰ আলোচনাৰ ক্ষেত্ৰ পৰিসৰ একে। ভাষা বিজ্ঞানী Charles F Hockett এ উপভাষা (Dialect) আৰু ব্যক্তিভাষা (Idiolect) ৰ প্ৰসঙ্গ উপস্থাপনেৰে[৪৪] দুয়োটা শাখাৰে মাজত সূক্ষ্ম পাৰ্থক্য দৰ্শাইছে।

ঐতিহাসিক ভাষাবিজ্ঞানৰ (Diachronic linguistics) অন্যান্য ৰূপৰ প্ৰসঙ্গত (ক) ব্যক্তিভাষা বিৱৰ্তন তত্ত্ব (Linguistic Ontogeny) আৰু (খ) সামগ্ৰিক ভাষা বিবৰ্তন তত্ত্ব (Linguistic Philogeny)ৰ কথা মনকৰিব লগীয়া। শৈশৱ, কৈশোৰ, যৌবন, প্ৰৌঢ়ত্ব তথা মৃত্যু-

৪৩ Macro linguistics আৰু Micro linguistics ৰ কথাও এই প্ৰসঙ্গত আলোচনা কৰিব লগীয়া।

৪৪ Hockett A course in Modern Linguistics P 321.

কাললৈকে। এজন মানুহে কোৱা বা দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা ভাষাৰ সময়ানুক্ৰমিক বিৱৰ্তনৰ কথা ব্যক্তিভাষা বিৱৰ্তন তত্ত্ব (Linguistic Ontogeny) ত আলোচনা কৰা হয়। ব্যক্তি ভাষা বিৱৰ্তন তত্ত্বৰ আলোচনা দুই ধৰণৰে কৰা হয়। প্ৰথমতে, ভাৱবিনিময়ৰ ক্ষেত্ৰত আয়ত্ব কৰি ল'ব পৰা অভ্যাস (habits) সমূহে শিশুৰ ক্ষেত্ৰত কিদৰে ক্ৰিয়া কৰে, তাৰ অধ্যয়নৰ যোগেদি ইয়াৰ আলচ কৰিব পাৰি। ই প্ৰধানত শিশু কেন্দ্ৰিক। দ্বিতীয়তে, শিশুটোৰ আয়ত্ব কৰি থকা ভাৱ-বিনিময়ৰ পদ্ধতিসমূহ আৰু তাৰ শিশুটোৰ ওপৰত পৰা প্ৰভাৱৰ কথা অধ্যয়নৰ জড়িয়তেও, এই শাখাৰ আলচ কৰাটো সম্ভৱপৰ। ই বিশেষকৈ প্ৰণালী বা পদ্ধতি কেন্দ্ৰিক। শিশুএটাই ভাষা ক'ব পৰা অৰ্হতাৰ অধিকাৰী হোৱাৰ পূৰ্বস্তৰত কোনো মানৱকথিত ভাষা তথা মানুহৰ দ্বাৰা ব্যৱহৃত ভাৱবিনিময়ৰ পদ্ধতিত (Communicative System) নথকা আচাৰ-আচৰণৰ দ্বাৰা তাৰ মনোভাৱ ব্যক্ত কৰে। এই আচৰণ পৃথিৱীৰ সকলো মানৱ শিশুৰ ক্ষেত্ৰত সাৰ্বজনীন বা একে ৰূপৰ হোৱালৈ চাই ইয়াক বংশানুক্ৰমিক ভাৱে মানৱগোষ্ঠীৰ মাজত প্ৰচলিত হৈ অহা বুলি অনুমান কৰা হৈছে। ভাষাবিজ্ঞানী সকলে এনেক্ষেত্ৰত জিন (gene)ৰ প্ৰভাৱৰ কথা উল্লেখ কৰে। ভাষা ক'ব পৰা অৰ্হতাযুক্ত হোৱাৰ পূৰ্ব স্তৰত শিশুৱে কান্দোন আৰু দেহ-সঞ্চালনৰ দ্বাৰা ভোক, শোক বাগৰি পৰোতে পোৱা দুখ বা শাৰীৰিক কষ্টৰ উদ্দীপনাক প্ৰকাশ কৰে। বয়স বৃদ্ধিৰ লগে লগে উদ্দীপনাৰ দ্বাৰা সৃষ্ট এই প্ৰতিক্ৰিয়া সমূহে উন্নত স্তৰ লাভ কৰে আৰু এটা স্তৰত মাক-দেউতাক বা পৰিচাৰক পৰাকী অথবা সান্নিধ্যত অহা লোকসকলৰ বাগ্‌যন্ত্ৰৰ দ্বাৰা সৃষ্ট সংকেত চিহ্নসমূহৰ অনুকৰণত শিশুৱে ভাষা ক'বলৈ আৰম্ভ কৰে। ক্ৰমান্বয়ে ব্যৱহাৰ কৰা শব্দবোৰ বা সংকেতবোৰ বুজোৱা অৰ্থ (meaning) সম্বন্ধে শিশুৰ বোধ জন্মে আৰু প্ৰায় চাৰিৰ পৰা ছয় বছৰৰ ভিতৰত এটি শিশু ভাষাবিজ্ঞানৰ দৃষ্টিৰে বয়ঃপ্ৰাপ্ত (Linguistic adult) হয়গৈ। দুই এটা সামান্য

ব্যক্তিক্রমৰ বাহিৰে অনুকৰণ কৰি পৰিবেশত আৰম্ভ কৰা ভাষাটোৰ ধ্বনিৰ প্ৰণালী, বৈয়াকৰণিক ৰূপ, প্ৰাথমিক শব্দভাণ্ডাৰ আৰু তাৰ ভৱিষ্যতে স্বকীয়া এক বাকভঙ্গী বা কথনভঙ্গীয়ে গঢ় লৈ উঠে। অন্যান্য বয়সস্থ বা সমনীয়া সকলৰ লগত বাক ব্যৱহাৰৰ শ্ৰৱণ-কৰণো এই সময়তে আৰম্ভ কৰে। দহ বা পোন্ধৰ বছৰৰ পিছত শিশুটোৱে অন্য এটা ভাষা শিকাৰ উপযোগী হৈ উঠে। আৰু ইয়াৰ পিছৰে পৰাই বয়স বৃদ্ধি তথা সময়ৰ পৰিবৰ্তনৰ লগে লগে ব্যক্তি এজনৰ ভাষাৰো পৰিবৰ্তন সাধিত হোৱা দেখা যায়। বয়ঃপ্ৰাপ্ত শিশুটোৰ ভাষাত কিছু মান ব্যক্তিগত বৈশিষ্ট্য (Idiosyncratic characteristics) উচ্চাৰণ, সুৰ, সুৰলহৰ (Intonation), শব্দ, ৰূপ, বাক্য বিন্যাস আদিৰ জৰিয়তে ফুটি উঠে। এনেধৰণৰে, এজন ব্যক্তিৰ শৈশৱৰে পৰা মৃত্যু কাললৈকে ব্যৱহৃত ভাষা তথা ভাষাৰ শিক্ষণ পদ্ধতি সময়ৰ অগ্ৰগতিৰ লগে লগে কিদৰে বিৱৰ্তিত হৈছে তাৰ বিশদ আলোচনা ব্যক্তিভাষা-বিৱৰ্তন তত্ত্বত আলোচনা (Linguistic Ontogeny) কৰা হয়।

ব্যক্তিনিৰপেক্ষভাৱে কোনো এটা ভাষাৰ উদ্ভৱ কালৰে পৰা কিভাৱে সময়ে সময়ে পৰিৱৰ্তন হৈছে তাৰ বিশদ আলচ সামগ্ৰিক ভাষা বিৱৰ্তন তত্ত্বত (Linguistic Phylogeny) কৰা হয়। লিখিত সাহিত্যিক নিদৰ্শন পোৱা সময়ৰ পৰা যদি কোনো এটা ভাষাক লক্ষ্য কৰা হয় তেতিয়াহ'লে দেখা যাব যে বিভিন্ন সময়ত (যুগত) সি বিভিন্ন ৰূপ পৰিগ্ৰহ কৰিছে। খৃষ্টিয় ৮ম-১২শ শতিকাত ৰচনা কৰা বুলি ধাৰণা কৰা চৰ্যাপদৰ অসমীয়া ভাষা, চতুৰ্দশ শতিকাৰ হেমসৰস্বতী, মাধৱকন্দলি আদি কবিৰ সাহিত্যিক ভাষা, সপ্তদশ শতিকাৰ বিভিন্ন শাখাৰ সাহিত্যিক ভাষা, উনবিংশ শতিকাৰ প্ৰথম স্তৰৰ মিছনেৰী ভাষা আৰু বিংশ শতিকাৰ আধুনিক অসমীয়া ভাষাৰ মাজত ধ্বনিগত, ৰূপগত বাক্য বিন্যাস আৰু অৰ্থগত পৰিবৰ্তন সাধিত হোৱা দেখিবলৈ পোৱা যাব। একেদৰে ১১৩৭ খৃষ্টাব্দৰ পেটাৰ বৃৰো ক্ৰনিক'লৰ কেইটামান

পেৰাগ্ৰাফৰ গদ্য, ১৪৭৯ খৃষ্টাব্দৰ দ্য পেষ্টন লেটাৰচ্ (The Paston letters, 1479) আৰু ১৭৪৯ খৃষ্টাব্দৰ হেনৰি ফিল্ডিং ৰচিত 'The History of Tom Jones' ৰ কেইটামান পেৰাগ্ৰাফৰ গদ্য তুলনামূলক-ভাৱে অধ্যয়ণ কৰি চালে শব্দগঠনৰ পৰা আৰম্ভ কৰি ৰূপতত্ত্ব আৰু উচ্চাৰণ পদ্ধতিলৈকে ভালেমান পাৰম্পৰিক বৈপ্যৰীত্য চকুত পৰিব। এই বৈশিষ্ট্য সমূহৰ তাৰতম্য ইংৰাজী ভাষাত ইমানেই অধিক যে "দশম শতিকাৰ ইংৰাজীভাষী লোক এজন আৰু বিংশ শতিকাৰ ইংৰাজীভাষী লোক বা এমেৰিকান এজনক মুখামুখিকৈ বাৰ্ত্তালাপত নিয়োজিত কৰিলে দেখা যাব যে কোনোৱে কাৰো কথা বুজি নাপায়' ( C F Hockett )। ৮ম-১২শ শতিকাৰ এজন লোক আৰু বিংশ-শতাব্দীৰ এজন লোকে অসমীয়া ভাষাতে বাৰ্ত্তালাপ কৰিলেও দুয়োৰে অৱস্থা হ'কেটে উল্লেখ কৰা ইংৰাজীভাষী লোক দুজনৰ ক্ষেত্ৰত হোৱাৰ দৰেই হ'ব। এই অৱস্থা ভাষাৰ সামগ্ৰিক বিৱৰ্ত্তন ( Phylogenetic Change )ৰ ফলতেই হৈছে। এই বিবৰ্ত্তন বিভিন্ন সময়ৰ মাজেৰে ঘটিছে। ভাষাৰ এই পৰিৱৰ্ত্তনৰ সময় গণনা আনুমাণিক ভাবেৰে কৰা হয়। ঠিক এই বছৰতেই ভাষাটোৰ পৰিবৰ্তন ঘটিছে বুলি সঠিকভাৱে কোৱাতো দুৰূহ। কোনো এটা ভাষাৰ শব্দগঠন প্ৰক্ৰিয়া, শব্দ বা ধ্বনি সংযোগৰ উচ্চাৰণ আৰু সিবোৰে ব্যঞ্জিত কৰিব খোজা অৰ্থ ( meaning ) আৰু শৈলীৰ ( Style ) পৰিবৰ্তন সময়ানুক্ৰমে ঘটি থাকে। ব্যতিক্ৰম কেৱল ধৰ্মীয় উদ্দেশ্যত কোনো ধৰ্মীয় সম্প্ৰদায়ে ব্যৱহাৰ কৰা ভাষাৰ ক্ষেত্ৰতে হয়। কেথ'লিক চাৰ্চ ( Catholic Church ) সমূহত ব্যৱহৃত লেটিনৰ এটা স্তৰৰ ৰূপ আৰু ভাৰত-বৰ্ষত ধৰ্মীয় উদ্দেশ্যসাধন তথা জ্ঞানান্বেষণৰ অৰ্থে ব্যৱহৃত সংস্কৃত ভাষাৰ ক্ষেত্ৰত এই ব্যতিক্ৰম প্ৰযোজ্য। কোনো এটা ভাষা সময়ৰ বিভিন্ন স্তৰৰ বিৱৰ্তনসূত্ৰে অহাৰ্থতেও কেতিয়াবা লোপ পোৱা দেখা যায়। এসময়ত লুপ্তপ্ৰায় হোৱা হিব্ৰু ( Hebrew ) ভাষাৰ সাধাৰণ

পৰিবৰ্তনৰ পিছত সাম্প্ৰতিক কালৰ ইজৰায়েলত ( Israel ) তাৰ পুণৰ প্ৰচলণ হ'বলৈ আৰম্ভ কৰিছে আৰু ই জীৱিত ভাষাৰ মৰ্যাদা লাভ কৰিছে। খৃ. পঞ্চদশ শতিকাৰ সাহিত্যিক ভাষা "ব্ৰজাৱলী"ৰ চৰ্চা মধ্য অসমৰ নগাওঁত ধৰ্মীয় উদ্দেশ্যত ( কথন আৰু লিখন দুয়োটা ) এতিয়াও হৈ আছে। জীৱিত ভাষা এটাৰ ( living language ) সময়ানুক্ৰমিক পৰিবৰ্তনৰ ফলত বৈশিষ্ট্যগত পৃথকতা পৰিলক্ষিত হয়। পাৰস্পৰিক আদান-প্ৰদান নথকাকৈ থকা কোনো এক জনসমষ্টিয়ে ব্যৱহাৰ কৰা একেটা মাত্ৰ ভাষাৰ ক্ষেত্ৰত সময়ৰ লগে লগে বিভিন্ন উপভাষা ( dialect )ৰ সৃষ্টি হ'বলৈ ধৰাও দেখা যায়। কেইবাহাজাৰ বছৰৰ সময়কাল হ'লে একেটা মাত্ৰ ভাষাৰে পৰা একাধিক ভাষাৰ উদ্ভৱ হোৱাও দেখা যায়। প্ৰাচীন ভাৰতীয় আৰ্যভাষা ( OIA ) আৰু নব্যভাৰতীয় আৰ্যভাষাৰ ( NIA ) ক্ষেত্ৰত এনে উদাহৰণ থাকে। কোনো এক জনসমষ্টিযে ব্যৱহাৰ কৰা ভাষাৰ সময়ে সময়ে হোৱা বিৱৰ্তনৰ এনেবোৰ দিশৰ আলোচনা 'সামগ্ৰিক ভাষা বিবৰ্তন তত্ত্ব' ( Linguistic philogeny )ত কৰা হয়। কোনো এটা ভাষাৰ সময়ৰ অগ্ৰগতিৰ সৈতে হোৱা বিৱৰ্তনক ধ্বনি পৰিবৰ্তন-বিশিষ্ট ধ্বনিৰ পৰিবৰ্তন (Phonemic change ), ৰূপতাত্বিক পৰিবৰ্ত্তন, শাব্দিক পৰিবৰ্ত্তন ( Lexical change ), অৰ্থৰ পৰিবৰ্ত্তন আদিৰ জৰিয়তে বিশদৰূপত আলোচনা কৰিব পৰা যায়। ঐতিহাসিক ভাষাবিজ্ঞান ( Diachronic or Historical Linguistics ) ৰে বহু প্ৰচলিত নাম হিচাপে কোনো কোনো ভাষাবিজ্ঞানীয়ে 'Linguistic Phylogeny' ( সামগ্ৰিক ভাষা বিৱৰ্ত্তন তত্ত্ব ) শব্দটোৰ ব্যৱহাৰ কৰি আহিছে।

বিভিন্ন সময়ৰ স্তৰ পাৰ হৈ অহা কোনো এটা ভাষাৰ ইতিহাস অধ্যয়ণ কৰোতে ভাষাটোৰ অতীত স্তৰৰ ইতিহাস আৰু বৰ্তমান স্তৰৰ ইতিহাস দুয়োটাকে জনাটোৰ প্ৰয়োজন হয়। অতীত ইতিহাস কোনো কোনো ভাষাৰ ক্ষেত্ৰত পুনৰাই দুটা স্তৰত বিভক্ত কৰি

আলোচনা কৰা হয়। প্ৰথমটো হৈছে— ঐতিহাসিক ( Historic ) আৰু দ্বিতীয়টো হৈছে প্ৰাগ ঐতিহাসিক ( Pre historic )। কোনো কোনো ভাষাৰ অতীত স্তৰৰ নিদৰ্শন অতীতৰো কোনো এক সময় লৈকেহে পোৱা যায়। উদাহৰণ স্বৰূপে ক'ব পাৰি যে প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ (OIA) লিখিত নিদৰ্শন আৰ্যসকলৰ বেদ (Veda) ৰচনাৰ সময়ৰ পৰা পোৱা যায়। এই বেদ গ্ৰন্থসমূহ ৰচনাৰ সময়ৰ পৰা বৰ্তমান কাললৈকে, ভাষাৰ লিখিত-অলিখিত নিদৰ্শন সমৃদ্ধ যি সময় পোৱা যায় তাক ঐতিহাসিক (Historic ) সময় বুলিব পাৰি। আনহাতে, এনে প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰে ( OIA ), বেদসমূহ ৰচনাৰো আগৰ কালৰ ভাষাৰ নিদৰ্শন যদি বিচৰা হয় তেতিয়াহলে ইতিহাসৰ চাক্ষুস প্ৰমাণ নথকা অন্য এক সময়ৰ স্তৰহে পোৱা যাব। এই স্তৰকে প্ৰাগ ঐতিহাসিক সময় ( Pre-historic ) বোলা হয়। পৰৱৰ্তীকালত প্ৰভূত পৰিমাণে লিখিত তথা ইতিহাসৰ নিদৰ্শন ৰাখি থৈ যোৱা অথচ পূৰ্বস্তৰৰ নিদৰ্শন বিলুপ্তপ্ৰায় কোনো এটা ভাষাৰ, প্ৰাগ ঐতিহাসিক কালৰ প্ৰণালীবদ্ধ অধ্যয়ণৰ বাবে সাধাৰণতে— (১) আভ্যন্তৰীণ পুণৰ্গঠন (Internal Reconstruction) (২) তুলনামূলক ভাষাবিজ্ঞানৰ পদ্ধতি বা বাহ্যিক পুনৰ্গঠন ( External Reconstruction ) (৩) উপভাষা ভূগোল ( Dialect Geography ) আৰু (৪) ভাষা-কাল-ক্ৰম-বিজ্ঞান ( Glottochronology )[৪৫]ৰ আশ্ৰয় লোৱা হয়।

বৰ্ণনাত্মক ভাষাবিজ্ঞান আৰু ঐতিহাসিক ভাষাবিজ্ঞানৰ দৃষ্টি-ভংগীগত পাৰ্থক্য থাকিলেও বৰ্ত্তমান কালত পিছে দুয়োটা শাখাই পৰস্পৰ পৰিপূৰক হিচাপেহে বিচাৰ্য্য। কোনো এটা ভাষাৰ বিভিন্ন সময়ৰ মাজেৰে হোৱা বিকাশ দেখুৱাওতে ভাষাটোৰ বিভিন্ন স্তৰৰ অৱস্থিতি দৰ্শাব লগীয়া হয়। বিভিন্ন স্তৰৰ অৱস্থিতিৰ প্ৰসঙ্গত

৪৫ গোস্বামী, উপেন্দ্ৰ নাথ, 'ভাষাবিজ্ঞান' পৃ ৫২

বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ 'কোনো এক সময়ৰ' ( In a given time ) ধাৰণাটোও আছি পৰে। সেই দিশৰ পৰা চালে বৰ্ণনাত্মক ভাষা-বিজ্ঞানৰ আলোচনা ঐতিহাসিক ভাষাবিজ্ঞানৰ আলোচনাৰ মাজতে সোমাই পৰে। বৰ্ণনাত্মক ভাষাবিজ্ঞানী Bloomfield ৰ ভাষাৰে কব'লৈ গ'লে – "All historical study of language is based upon the comparison of two or more sets of descriptive data"[৪৬] এই সত্য অধিকতৰ স্পষ্ট হৈ পৰে। ঐতিহাসিক আৰু বৰ্ণনাত্মক ভাষাবিজ্ঞান সন্দৰ্ভত ভাষাবিজ্ঞানী সকলৰ মতপাৰ্থক্য থকা দেখা যায়। ভাষাবিজ্ঞানী Hjelmslev ৰ মতে ঐতিহাসিক ভাষা-বিজ্ঞানে আলচ কৰা বিষয়সমূহ আচলতে ইতিহাস ( History ) অথবা সমাজ বিজ্ঞানৰ (Sociology ) হে বস্তু। ঐতিহাসিক ভাষা-বিজ্ঞানৰ সেয়ে কোনো স্বকীয়া স্থিতি নাই। Ferdinand de Saussure এ তেওঁৰ Course in General Linguistics নামৰ গ্ৰন্থত ঐতিহাসিক আৰু বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ স্বকীয়া শাখাৰ কথা স্পষ্ট-ভাবে দোহাৰিছে।[৪৭] Hermann Paul-এ তেওঁৰ 'Principles of the History of Language' নামৰ গ্ৰন্থত ভাষাবিজ্ঞানৰ আলোচনাত ঐতিহাসিক ভাষাবিজ্ঞানৰ মুখ্য ভূমিকা থকাৰ কথা উল্লেখ কৰি গৈছে। Paul Kiparsky এ তেওঁৰ 'Historical Linguistics' নামৰ গ্ৰন্থত ঐতিহাসিক আৰু বৰ্ণনাত্মক ভাষাবিজ্ঞান পৰস্পৰেই পৰস্পৰৰ পৰিপূৰক হ'ব বুলি মন্তব্য ৰাখিছে। অন্যান্য আধুনিক ভাষাবিজ্ঞানী সকলৰ ভিতৰত বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ আলোচক Bloomfield, Hockett, Gleason আদিয়ে ঐতিহাসিক ভাষা-বিজ্ঞানৰ বহুবোৰ প্ৰাসঙ্গিক বিষয় আলোচনা কৰিছে Kiparsky Paul, Jekobson, Kurylowicz আদিয়ে দুয়োটা শাখাৰ পাৰস্পৰিক

---

৪৬. Bloomfield, Leonard Language P 19

৪৭ Bloomfield, Leonard Descriptive Linguistics P 449

প্ৰয়োজন পৃথক ক্ষমতাৰ কথা স্বীকাৰ কৰি গৈছে। প্ৰকৃতপক্ষে জ্ঞান বা বিজ্ঞানৰ অধ্যয়ণ প্ৰণালীৰ কোনোটোৱেই বৈশিষ্ট্যহীন বা অপ্ৰয়োজনীয় নহয়। ঐতিহাসিক আৰু বৰ্ণনাত্মক দুয়োটা শাখাৰ আলোচনাইহে ভাষাবিজ্ঞানৰ প্ৰকৃত বিজ্ঞানসম্মত আলোচনাৰ আধাৰ।

## ৪.৫ তুলনামূলক ভাষাবিজ্ঞান

দুটা বা ততোধিক ভাষাৰ গঠন-প্ৰণালীৰ তুলনাত্মক আলোচনা তুলনাত্মক ভাষাবিজ্ঞান ( Comparative Linguistics )ত কৰা হয়। দুটা বা ততোধিক ভাষাৰ আলোচনাত ভাষাসমূহৰ এক উৎসৰ প্ৰশ্নটো জড়িত হৈ আছে। ভাষাৰ তুলনাত্মক আলোচনা কৰিবলৈ হ'লে ভাষাৰ বৰ্ণনাত্মক দৃষ্টিভংগীৰ বিশ্লেষণ কৰি উলিওৱা এটি ৰূপ আধাৰ হিচাপে পাব লাগিব।[৪৭] কোনো এটা ভাষাৰ প্ৰাথমিক ৰূপ, তাৰ পূৰ্বৰূপ আৰু পূৰ্বৰূপৰো পূৰ্বৰূপ নিৰূপণৰ জৰিয়তে ভাষাৰ পাৰিবাৰিক সম্বন্ধ স্থাপন কৰিব পৰা যায়।

প্ৰাচীন কালত তুলনাত্মক ভাষাবিজ্ঞানক "Comparative Philology" বোলা হৈছিল। ১৭৮৬ খৃ.ত ছাৰ উইলিয়াম জোনছে গ্ৰীক, লেটিন, সংস্কৃত, কেলটীয় আৰু জাৰ্মানীয় আদি ভাষাবোৰ একে উৎসৰ পৰাই বিকাশপ্ৰাপ্ত হৈছিল বুলি কৰা গুৰুত্বপূৰ্ণ উক্তিৰ[৪৮] সময়ৰে পৰাই প্ৰকৃতাৰ্থত তুলনামূলক বা তুলনাত্মক ভাষাবিজ্ঞানৰ জন্ম বুলি ক'ব পাৰি। গ্ৰীক, লেটিন, গথিক, কেলটিক, আবেস্তীয়, প্ৰাচীন পাৰসিক আদি ভাষাসমূহৰ সংস্কৃত ভাষাৰ সৈতে থকা

---

৪৮ There is a similar reason though not quite so forcible, for supposing that both the Gothic and the Celtic, though blended with a different idiom, had the same origin with the Sanskrit,
Sir William Jones, Royal Asiatic Society, Calcutta, 1786,

সাদৃশ্যৰ উল্লেখ আৰু তাৰ ওপৰত ভিত্তি কৰিয়েই ইণ্ডো-ইউৰোপীয় ভাষা পৰিয়ালৰ ভাষা সমূহৰ সম্বন্ধৰ বিচাৰ বিশ্লেষণাত্মক তুলনাত্মক ভাষাবিজ্ঞানৰ আলোচনাৰ সূত্ৰপাত হয়। ছাৰ উইলিয়াম জোনচৰ আগেয়ে অবশ্যে স্পেইন দেশৰ ইবন বাৰুণ ( Ibn Barun ) নামৰ ভাষাবিদজনে আৰবী আৰু হিব্ৰুভাষাৰ তুলনামূলক আলোচনা কৰিছিল। চাৰ জোনচৰ পিছত ফ্ৰেইড্ৰিশ ভন শ্লেগেল ( Friedrich Von Schlegel ) নামৰ জাৰ্মান ভাষাবিদজনে তেওঁৰ 'Uber die Sprache and Weicheit der Indian' ( ভাৰতীয় সকলৰ ভাষা আৰু জ্ঞান ) নামৰ গ্ৰন্থত বিভিন্ন ভাষাৰ আভ্যন্তৰীণ গঠনতত্ত্বৰ তুলনা আৰু পাৰিবাৰিক অভিন্ন উৎসৰ উল্লেখৰ জৰিয়তে তুলনাত্মক ভাষাবিজ্ঞানৰ মূল ৰীতিসমূহ প্ৰবৰ্ত্তিত কৰে। অন্য এজন ভাষাবিদ হুমবোল্ট ( Wilhelm Von Humboldt )ৰ নামো এই প্ৰসঙ্গত উল্লেখযোগ্য। হুমবোল্ট ( Humboldt ), ক্ৰিষ্টিয়াম ৰাস্ক ( Rask ), জেকব গ্ৰীম ( Jacoc Grimm ), ফ্ৰানজ বপ ( Frsnz Bopp ) আদিয়ে পৰৱৰ্তীকালত তুলনাত্মক ভাষাবিজ্ঞানৰ[৪৯] প্ৰণালীবদ্ধ আলোচনাৰ পথ মুকলি কৰে।

বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ দৃষ্টিৰে কৰা আলোচনাৰ দ্বাৰা কোনো এটা ভাষাৰ গাঁঠনিক ৰূপৰ আভাস পোৱাতো সম্ভৱপৰ হয়। ঐতিহাসিক ভাষাবিজ্ঞানৰ দৃষ্টিৰে কৰা আলোচনাৰ দ্বাৰা কোনো এটা ভাষাৰ প্ৰাৰম্ভ স্তৰৰ পৰা বৰ্তমানলৈকে ভিন্নস্তৰীয় পৰিবৰ্ত্তনৰ সন্ধেদ পাব পৰা হয়। বৰ্ণনাত্মক আৰু ঐতিহাসিক এই দুয়ো দৃষ্টিভংগীৰে কৰা বিচাৰৰ দ্বাৰা প্ৰাপ্ত ভাষা এটাৰ ৰূপৰ আন আন ভাষাৰ ধ্বনি, ৰূপ, শব্দ, বাক্য আদিৰ সৈতে থকা সাদৃশ্য-বৈসাদৃশ্য তথা গঠনমূলক সম্বন্ধৰ বিচাৰ কৰা শাখাটোৱেই হৈছে তুলনাত্মক ভাষাবিজ্ঞান। তুলনাত্মক ভাষাবিজ্ঞানৰ শাখাত থকা ভাষাৰ আলোচনাৰ

৪৯ ভাষাবিজ্ঞানৰ মূল দ্ৰষ্টব্য।

জৰিয়তে আলোচ্য ভাষাসমূহৰ ৰূপ-পূৰ্বৰূপ, পূৰ্বৰূপবো পূৰ্বৰূপ আদি নিৰূপণ কৰাতো সম্ভৱপৰ হয় আৰু তাৰ দ্বাৰা ভাষাৰ পাৰিবাৰিক সম্পৰ্কও নিৰ্দেশ কৰিব পৰা হয়। বাহ্যিক ৰূপ লক্ষ্য কৰি কোনো এটা ভাষাৰ দ্বিতীয় এটা ভাষা সৈতে সম্বন্ধ নাই যেন লাগিলেও ভাষা দুটাৰ সাধাৰণ শব্দভাণ্ডাৰৰ সূক্ষ্ম পৰ্যবেক্ষণত ভাষাদুটাৰ শব্দবোৰৰ সাদৃশ্য থকাটো পৰিলক্ষিত হয়। কিন্তু সাদৃশ্যনো দেখাত মিল নথকা যেন লগা ভাষাদুটাৰ ক্ষেত্ৰত কিদৰে হ'বলৈ পালে সিও এক আলোচনাৰেই বিষয়। হয়তো কোনো এটা ভাষাই আন এটা ভাষাৰ পৰা অথবা একে মূল উৎসৰ পৰা (যিটো আধুনিক ভাৰতীয় ভাষা সমূহৰ ক্ষেত্ৰত খাটে) ভাষাগত ঋণ গ্ৰহণ কৰাৰ ফলস্বৰূপে নতুবা একে মূল উৎসৰ পৰা ভাষাগত পৰিবৰ্তনৰ (Linguistic change) দ্বাৰা বিৱৰ্ত্তিত হোৱাৰ ফলস্বৰূপে এই শব্দগত সাদৃশ্য দেখিবলৈ পোৱা গৈছে। প্ৰণালীবদ্ধ বিশ্লেষণৰ দ্বাৰা দ্বিতীয়টো কাৰণ অৰ্থাৎ একে মূল উৎসৰ পৰা বিৱৰ্ত্তিত হোৱাৰ কথাটো যদিহে প্ৰমাণ কৰিব পৰা যায় তেতিয়াহ'লে সেই একে প্ৰমাণেই ভাষা দুটাৰ বংশানুগত সম্বন্ধৰ কথাও সূচাব। এই ক্ষেত্ৰত ভাষাদুটাক (ওপৰোক্ত সাদৃশ্য থকা হেতুকে) সম্বন্ধিত ভাষা আখ্যা দিব পৰা যায়। আকৌ, কোনো কোনো ক্ষেত্ৰত একাধিক ভাষাত ভাষাগত পৰিৱৰ্তন নিয়মিত (Regular) ৰূপত সংঘটিত হোৱাটো পৰিলক্ষিত হয়। উদাহৰণ স্বৰূপ ক'ব পাৰি যে কোনো এটা ভাষাৰ পূৰ্বৰূপত /ক/ ধ্বনিটো বিশিষ্ট ধ্বনি (Phoneme) হিচাপে আছিল। এই /ক/ ধ্বনিটো ভাষাগত পৰিবৰ্তনৰ ফলস্বৰূপে কেনো এক সময়ত, 'অ' (ধৰিলও ভাষাটোৰ নাম অ) নামৰ ভাষাটোত /ত/ লৈ পৰিবৰ্ত্তিত হ'ল আৰু অন্য এক নিয়মিত পৰিবৰ্ত্তনত 'আ' নামৰ ভাষাটোত সি হ'লগৈ /প/ এই পৰিবৰ্ত্তনে, ভাষাৰ কোনো এটা ৰূপৰে সৈতে সম্বন্ধিত ৰূপৰ পাৰম্পৰিক যোগাযোগ থকাৰ কথাকে সূচিত কৰে। এই পৰিবৰ্ত্তনৰ

দ্বাৰা এইটোও জনা যাব যে 'অ' নামৰ ভাষাটোৰ শব্দত পোৱা /ক/ ধ্বনিটোৰ /ত/ ৰূপ আৰু তেনেধৰণৰ বহুবোৰ শব্দ, 'আ' নামৰ ভাষাটোত পোৱা /প/ ধ্বনিটো আৰু তদনুৰূপ বহুবোৰ শব্দৰ মাজৰ পাৰস্পৰিক এক সম্বন্ধ আছে। একেদৰে, পুনৰ আহি পালোঁ যে 'অ' নামৰ ভাষাটোত /প/ বিশিষ্ট ধ্বনিযুক্ত বহুবোৰ শব্দ আছে। এই শব্দবোৰ আকৌ 'আ' নামৰ ভাষাটোৰ /চ/ বিশিষ্ট ধ্বনিযুক্ত শব্দবোৰৰ প্ৰায় অনুৰূপ। ইয়াৰ দ্বাৰা এইটো প্ৰতিপাদিত হয় যে এসময়ত এই ধ্বনি দুটাৰ মূল উৎস, সি বিশিষ্ট ধ্বনিয়েই (Phoneme) হওক বা সংধ্বনি (Allophone)[50] য়েই হওক, একে আছিল। পৃথক পৃথক পৰিবৰ্ত্তনৰ ফলস্বৰূপ 'অ' ভাষাটোত একে উৎসৰে পৰা /প/ বিশিষ্ট ধ্বনি আৰু 'আ' ভাষাত /চ/ বিশিষ্ট ধ্বনিৰ সৃষ্টি হ'ল। এনেধৰণৰ বহু উদাহৰণ আৰু তাৰ বিশ্লেষণৰ দ্বাৰা ভাষাটোত ব্যৱহৃত সংধ্বনি (Allophone) সমূহ আৰু ভাষাটোৰ সাধাৰণ শব্দ সম্ভাৰৰ সৈতে সম্বন্ধিত পূৰ্বৰূপৰ উৎস নিৰ্ণয় কৰিব পৰা যায়।[51] এনেদৰে প্ৰয়োগ হ'ব পৰা সম্ভাব্য সংধ্বনিসমূহৰ বৰ্গ (Group) নিৰূপণ আৰু বিশিষ্ট ধ্বনিসমূহৰ পুনৰগঠনৰ দ্বাৰা ভাষাটোৰ (বা ভাষা দুটাৰ) ধ্বনিতাত্ত্বিক বিশ্লেষণ কৰাটো সম্ভৱপৰ হয়। H A Gleason এ ওপৰোক্ত পদ্ধতিৰ সহায়ত প্ৰট'চোণ্ট্ৰল-এলগ'ক্যান ব্যঞ্জনধ্বনি কিছুমানৰ পুনৰগঠন (Reconstruction) কৰি দেখুৱাইছে। ইয়াৰ বাবে Gleason এ ফক্স (Fox), ক্ৰী (Cree), মেন'মিনি (Menomini), অজিবৱা (Ojibwa) এই চাৰিটা ভাষাৰ কেইটামান শব্দ প্ৰাথমিক নিদৰ্শ হিচাপে লৈ, সিবোৰৰ মাজত থকা সাদৃশ্য-বৈসাদৃশ্যৰ ভিত্তিত কেতবোৰ প্ৰাথমিক সিদ্ধান্তত উপনীত হৈছে

---

৫০ ডঃ গোলোক চন্দ্ৰ গোস্বামীদেৱে ইংৰাজী "Allophone"ৰ সমাৰ্থক অসমীয়া শব্দ 'উপধ্বনি'ৰ ব্যৱহাৰ কৰিছে। ওপৰোক্ত ৰূপটোৰ ব্যৱহাৰ ড. উপেন্দ্ৰ নাথ গোস্বামীদেৱৰ গ্ৰন্থ 'ভাষাবিজ্ঞান'ত কৰা হৈছে।

৫১ ধৰি ল লো এনেদৰে পোৱা মূল ধ্বনিউৎস [*ব]।

| Fox | Cree | Menomini | Oj'bwa | English |
|---|---|---|---|---|
| Pemātesiwa | Pimātisiw | Pemātesew | Pimātisi | he lives |
| Posiwa | Pōsiw | Pōsew | Pōsi | he embarks |
| newapa | niwāpa- | newāpa- | niwā- | I look at |
| māwa | māw | maw | pamā | him |
| wapānwi | wāpan | wāpan | wāpan | it dawned |
| niyawi | niyaw | nēyaw | niyaw | my body |
| Kenosiwa | Kinosiw | Kenosew | Kinosi | he is long |

কে'য়োটা ভাষাৰে ভিতৰত তুলনা কৰি চালে দেখা যায় যে Fox ভাষাত ব্যৱহৃত শব্দবোৰ অন্যান্য Cree, Menomini, Ojibwa ভাষাত ব্যৱহৃত শব্দতকৈ দীঘল, Ojibwa ভাষাৰ শব্দবোৰ সাধাৰণতে চুটি। এইক্ষেত্ৰত ধাৰণা কৰিব পৰা যায় যে Fox ভাষাৰ শব্দবোৰৰ ক্ৰমবিকাশ পদান্ত স্বৰৰ সংযোজনৰ দ্বাৰা ঘটিছে আৰু অন্যান্য ভাষাত এই পদান্ত স্বৰ লোপ পাইছে। এইক্ষেত্ৰত, (i) পদান্ত স্বৰ / i /, / wi / আৰু / a / ৰ বিভিন্ন প্ৰসঙ্গত প্ৰয়োগ বিশ্লেষণ কৰি চাব পৰা যায়, (ii) স্বৰ ধ্বনিকেইটা মূলত বা পূৰ্বস্তৰত আছিল আৰু ক্ৰমবিৱৰ্ত্তিত হৈ অহাৰ ফলত পদান্ত স্বৰৰ বিলোপ সাধন হ'ল, এনে এক ধাৰণাৰ আশ্ৰয় ল'ব পাৰি। একেদৰে, (iii) Fox ভাষাৰ কেইবাটাও ধ্বনিসংযোগৰে গঠিত দীঘল ধৰণৰ শব্দবোৰ প্ৰাচীন বুলি অনুমান কৰিব পৰা যায়। ভাষাৰ পুনৰ গঠন (Reconstruction) কাৰ্যত এনেধৰণৰ কল্পিত ধাৰণা ( Hypothesis )[৫২] ৰ আশ্ৰয় লোৱা হয়। কোনো এটা ভাষাৰ শব্দত / p / ধ্বনিটো তুলনা কৰি চাওঁতে দেখা গ'ল যে সি আনকেইটা ভাষাৰ শব্দবোৰৰ মাজতো আছে। তেনেস্থলত / p / আদি ধ্বনিটোৰ বাকীকেইটা সজাতীয় শব্দ হ'ব। এই সজাতীয় শব্দকেইটাৰ বিৱৰ্ত্তন বংশানুক্ৰমিক ধৰণৰে হৈছে বুলি এক সিদ্ধান্তত উপনীত হোৱাৰ পিছত / p / ধ্বনিটো আৰু তাৰ সজাতীয়, অনুৰূপ |pppp| ধ্বনিৰ বাবে প্ৰট'-চেণ্ট্ৰেল-এলগ'ক্যান্ [ *p ] ধ্বনিৰ

---

৫২ কল্পনা, উপকল্পনা, অনুমান, অনুমানিক সিদ্ধান্ত।

পুনৰ নিৰ্মাণ কৰি লোৱা হ'ল। সদৃশভাৱে, অনুৰূপতা পৰিলক্ষিত হোৱা ।mmmm। ধ্বনিৰ বাবে [ *m ], [ *t ], [ *s ], [ *w ], [ *n ], [ *y ] আৰু [ *k ] ধ্বনি নিৰূপণ কৰি ল'ব পৰা গ'ল। অৱশ্যে উপৰোক্ত শব্দসমূহৰ ক্ষেত্ৰত, Fox ভাষাটোৰ / wāpanwi / শব্দটোত থকা দ্বিতীয়টো / w / ধ্বনিৰ অনুৰূপ ধ্বনি অন্যান্য শব্দ-সমূহৰ মাজত পোৱা নগ'ল, যিটো লোপৰ ফলতেই হয়তো সম্ভৱপৰ হৈছে।[৫২] উপৰোক্ত আলোচনাখিনি এক ধৰণৰ ভাষাবিজ্ঞান সম্বন্ধীয় সূত্ৰ—যাৰ সহায়ত উপৰোক্ত চাৰিটা ভাষাৰ পূৰ্বৰূপ সম্বন্ধে ধাৰণা কৰিব পৰা হ'ল। এনেদৰে কৰা বিশ্লেষণৰ মাজেৰেই ৰূপগ্ৰাম বা প্ৰাকৃতি ( morphemes ) সমূহ আৰু শব্দভাণ্ডাৰো ( vocabulary ) পুনৰ নিৰ্মাণ কৰি ল'ব পাৰি, যিটো প্ৰকৃততে কোনো এটা ভাষাৰ কোনো এক স্তৰৰ পুনৰ নিৰ্মাণ। বৰ্ণনাত্মক ভাষাবিজ্ঞানক বুনিয়াদ হিচাপে লৈ তুলনাত্মক ভাষাবিজ্ঞানে ভাষা সম্বন্ধীয় বিচাৰ-বিশ্লেষণ উপৰোক্ত ধৰণৰে সম্পাদিত কৰে।[৫৩]

তুলনাত্মক ভাষাবিজ্ঞানত, ভাষাৰ পুণৰ নিমাণ কাৰ্যত দুই ধৰণৰ পদ্ধতি অৱলম্বন কৰা হয় (i) বাহ্যিক পুণৰ নিৰ্মাণ ( External Reconstruction ) আৰু (ii) আভ্যন্তৰীণ পুনৰ নিৰ্মাণ ( Internal Reconstruction। একাধিক ভাষাৰ তুলনামূলক অধ্যয়ণৰ দ্বাৰা কৰা শব্দৰ পুনৰ নিৰ্মাণক বাহ্যিক পুনৰ নিৰ্মাণ বোলা হয়। লেটিন

---

৫২ Gleason H A Descriptive Linguistics I E 1968

৫৩ Comparative Linguistics is coordinate with Descriptive linguistics as a second major branch of language science The method of two are basically very similar They differ largely in the selection of the data with which they are concerned Descriptive linguistics owes many features of its methodology to Comparative Lingistics

—Gleason H A

ভাষাৰ ছেপটেম ( Septem ), গোথিক ভাষাৰ ছিবুন ( Sibun ), গ্ৰীক হপ্ত ( Hapta ) সংস্কৃত সপ্ত ( Sapta ) আদি শব্দৰ আধাৰত *ছেপ্টম্ ( Septam ) শব্দৰ পুনৰ নিৰ্মাণ কৰা হৈছে। তুলনাত্মক ভাষাবিজ্ঞানত পুনৰ নিৰ্মাণ কৰি লোৱা শব্দ বুজাবলৈ শব্দটোৰ আগত * চিহ্নৰ প্ৰয়োগ কৰা হয়। একেদৰে সংস্কৃত নৱ, লেটিন নোৱেম, গোথিক নিউন, ইংৰাজী নাইন আদি শব্দৰ আধাৰত মূল ভাৰত-ইউৰোপীয় ভাষাত 'ন' ধ্বনিৰ অনুমান কৰা হৈছে আৰু তাৰ আধাৰত মূল * newn শব্দৰ পুনৰ নিৰ্মাণ কৰা হৈছে।[৫৩] এইয়া হৈছে তুলনাত্মক অধ্যয়নেৰে কৰা বাহ্যিক পুনৰ নিৰ্মাণ। সংস্কৃত জীৱন্ত-শব্দৰ পৰা কামৰূপীত জীয়াত, জীয়ত আৰু এই 'জীয়ত' শব্দৰ সাদৃশ্যত * মৰত শব্দৰ সৃষ্টি হোৱা বুলি ড° উপেন্দ্ৰ নাথ গোস্বামীদেৱে দেখুৱাইছে। পুনৰ গঠিত * মৰত শব্দৰ পৰা মান্য ভাষাত ( Standard Language ) মৰতী শব্দৰ ব্যৱহাৰ ঘটিছে। তুলনামূলক অধ্যয়নৰ দ্বাৰা একাধিক ভাষাৰ ধ্বনি পৰিৱৰ্তনৰ স্বৰূপ প্ৰণালী-বদ্ধভাৱে অধ্যয়ন কৰি কেতবোৰ সূত্ৰ ( Law ) বো আৱিষ্কাৰ কৰা হৈছে। ডেনিশ ভাষাবিজ্ঞানী ৰাছমুছ ক্ৰিষ্টীয়ান ৰাস্কে ( Rusmus Kristian Rask ) ভাৰত-ইউৰোপীয় অঘোষ স্পৰ্শ ধ্বনি প, ত, ক ( p t k ) ধ্বনি > জাৰ্মানীয় ফ, থ, খ ( f, θ, x, ), ঘোষ ব, দ, গ ( b, d, g ) ধ্বনি > জাৰ্মানীয় অঘোষ প, ত, ক ( p t k ) আৰু ঘোষ ভ, ধ, ঘ ( bh, dh, gh ) > জাৰ্মানীয় ঘোষ ব, দ, ( উষ্ম ঝ ), গ লৈ ৰূপান্তৰিত হয় বুলি মত পোষণ কৰি গৈছে। প্ৰকৃতাৰ্থত, ৰাস্কে ইণ্ডো-ইউৰোপীয় ভাষা পৰিয়ালৰ ভাষাসমূহৰ ধ্বনিৰ মাজত নিয়মিত ( Regular ) আৰু প্ৰণালীবদ্ধ ( Systematic ) পাৰ্থক্য থকাৰ কথা উল্লেখ কৰি তাৰ সমৰ্থনত কেতবোৰ তথ্য উদ্ঘাটন কৰি থৈ গৈছিল। Jacob Grimm নামৰ ভাষাবিজ্ঞানীজনে ৰাস্কৰ তথ্যক

৫৩, গোস্বামী, উপেন্দ্ৰ নাথ : ভাষাবিজ্ঞান, পৃষ্ঠা ৫১, ৫২

অধিক পৰিবৰ্ধিত আৰু প্ৰমাণ সহকাৰে উত্থাপন কৰে। সিয়ে নাম পায়গৈ গ্ৰীমৰ সূত্ৰ ( Grimm's Law ) হিচাপে। ভাষাবিজ্ঞানী Bloomfield এ গ্ৰীমৰ সূত্ৰকে আকৌ কিছু পৃথক ধৰণৰে উপস্থাপন কৰি, বৰ্ণনা কৰিছে। সেই অনুসৰি (i) আন ভাষাৰ অঘোষ স্পৰ্শধ্বনি ( Voiceless plosive ) > জাৰ্মানীয় অঘোষ উষ্মধ্বনি (Voiceless fricatives) , যেনে প, ত, ক ( p t k ) ফ, থ, হ ( f, θ, h )। (ii) আন ভাষাৰ ঘোষ স্পৰ্শধ্বনি ( Voiced plosive ) জাৰ্মানীয় অঘোষ স্পৰ্শধ্বনি ( Voiceless plosive ), যেনে ব, দ, গ ( b, d, g ) > প, ত, ক ( p t k )। (iii) আন ভাষাৰ মহাপ্ৰাণ আৰু উষ্মধ্বনি ( aspirated and fricative ) > জাৰ্মানীয় ঘোষস্পৰ্শ আৰু উষ্মধ্বনি (Voiced plosive and fricative)। ভাষাৰ তুলনাত্মক অধ্যয়নৰ দ্বাৰা ধ্বনিসূত্ৰ Phonetic Law ) সমূহৰ উদ্ভাৱন আৰু তাৰ জৰিয়তে ভাষাসমূহৰ পূৰ্বৰূপ নিৰ্ণয় তথা পাৰিবাৰিক সম্পৰ্ক স্থাপন কৰাটো সম্ভৱপৰ হৈ উঠিছে। সময়ৰ পৰিবৰ্তনৰ লগে লগে ভাষাৰো পৰিবৰ্তন হয়। ভাষাৰ পৰিবৰ্তনৰ নিদৰ্শন ইয়াৰ মৌলিক শব্দভাণ্ডাৰ, ৰূপগ্ৰাম বা প্ৰাকৃতি ( Morpheme ) সমূহৰ ক্ষেত্ৰত ঘটে। পৰ্যবেক্ষণ কৰি দেখা গৈছে যে প্ৰায় এহেজাৰ বছৰ সময়কালৰ অন্তত কোনো এটা ভাষাৰ মৌলিক শব্দভাণ্ডাৰৰ শতকৰা ১৯ ( উনৈশটা ) অৰ্থাৎ প্ৰায় এহেজাৰ বছৰৰ পিছত, ভাষা এটাৰ মৌলিক শব্দ-ভাণ্ডাৰৰ ( basic vocabulary ) শতকৰা ৮১ ( একাশীটা ) টাহে শব্দ সংৰক্ষিত হৈ থাকে। একাধিক ভাষাৰ ক্ষেত্ৰত এনে পৰ্যবেক্ষণ কাৰ্যৰ দ্বাৰা পৰীক্ষা চলাই, ভাষা দুটাৰ পৃথকীকৰণৰ আনুমানিক সময় নিৰূপণ কৰিব পৰা যায়। উদাহৰণস্বৰূপে ক'ব পাৰি যে, কোনো দুটা ভাষাৰ মৌলিক শব্দভাণ্ডাৰৰ শতকৰা ৬৬টা শব্দ যদি সজাতীয় (cognate) শব্দ হয়, তেতিয়া হ'লে ভাষা দুটাৰ পৃথকীকৰণৰ সময় এহেজাৰ বছৰ হোৱা বুলি সিদ্ধান্ত আহিব পাৰে। যদিহে শতকৰা ৪৪টা শব্দহে

সজাতীয় ( cognate ) শব্দ হয় তেতিয়াহ'লে পৃথকীকৰণৰ সময় হ'ব আনুমানিক দুহেজাৰ (২০০০) বছৰ।[৫৪] ভাষাসম্বন্ধে এনেধৰণৰ সিদ্ধান্তত উপনীত হওঁতে তুলনাত্মক ভাষাবিজ্ঞানৰ প্ৰণালীবদ্ধ অধ্যয়ণ পদ্ধতিৰ সহায় ল'ব লগীয়া হয়। ভাষাৰ বৰ্ণনাত্মক দৃষ্টিভংগীৰে কৰা বিশ্লেষণৰ দ্বাৰা প্ৰাপ্ত সমল ( descriptive materials ) সংশ্লিষ্ট ভাষাটোৰ ক্ষেত্ৰত পৰ্যাপ্ত হ'ব লাগিব। ওপৰত আলচ কৰা পদ্ধতি ( procedure and method ) সমূহক লৈয়েই ভাষাবিজ্ঞানৰ তুলনা-মূলক শাখাৰ উৎপত্তি হৈছে। H A Gleasonৰ ভাষাৰে ক'বলৈ হ'লে, তুলনাত্মক ভাষাবিজ্ঞান শাখাৰ ভাষা-অধ্যয়ণ-পদ্ধতিসমূহ শ্ৰমসাধ্য, কেইটামান বৰ্গ (Groups)ৰ ভাষাৰ বাহিৰে, অন্যান্য ভাষাসমূহৰ ক্ষেত্ৰত এই পদ্ধতিসমূহৰ প্ৰয়োগ এতিয়াও (১৯৫৫ খৃ) কৃতকাৰ্যভাৱে কৰা হোৱাগৈ নাই।

## ৩৪ প্ৰায়োগিক ভাষাবিজ্ঞান

ভাষাবিজ্ঞানৰ শাখা হিচাপে প্ৰায়োগিক ভাষাবিজ্ঞান (Applied Linguistics ) বো আলচ বিভিন্ন ক্ষেত্ৰত কৰা হৈছে। কোনো এটা ভাষাৰ গঠন-পদ্ধতিৰ প্ৰণালীবদ্ধ আলোচনা কৰাৰ পিচত, আলোচনা বা অধ্যয়ণলব্ধ সমলৰ সহায়েৰে যেতিয়া ভাষাটো শিকোৱা হয়, তেতিয়া তাক প্ৰায়োগিক ভাষাবিজ্ঞান বোলা হয়। প্ৰায়োগিক ভাষাবিজ্ঞান প্ৰসঙ্গত 'ভাষা-শিক্ষণ' আৰু 'ভাষাবিজ্ঞান এই দুয়োটা বিষয়-সংশ্লিষ্ট ক্ষেত্ৰবোৰ আনুসংগিক কথা জড়িত হৈ পৰে।

৫৪ A number of calculations have indicated that this rate is about 19 percent per thousand of years for the most basic vocabulary If 66 percent of the basic morpheme stock seems to be cognate in two language, we may assume that they have been separate for 1000 years If 44 percent is cognate, 2000 years is the most probable period of Separation

—Gleason H A Descriptive Linguistics P 450

২য় মহাযুদ্ধৰ পিছৰ কালছোৱাযে পৰাই 'ভাষাশিক্ষণ'ত ভাষা-বিজ্ঞানৰ জ্ঞানৰ প্ৰাসঙ্গিকতাৰ কথা আলোচিত হৈ আহিছে। এই দিশত চিন্তা চৰ্চা কৰা এচাম লোকে মত প্ৰকাশ কৰিছে যে ভাষা-বিজ্ঞানৰ প্ৰকৃত জ্ঞান আহৰণ নকৰা পৰ্যন্ত কোনো মানুহেই এজন ভাল 'ভাষা-শিক্ষক হ'ব নোৱাৰে। অন্য এচামৰ মত হ'ল ভাষাৰ শিক্ষণত ভাষাবিজ্ঞানৰ প্ৰত্যক্ষ নহ'লেও পৰোক্ষ ভূমিকা আছে। অন্য এটা চামে আকৌ ভাষাবিজ্ঞান আৰু ভাষা-শিক্ষণ (language teaching) দুয়োটাকে দুটা সুকীয়া সুঁতিৰ 'বিষয়' হিচাপেহে গণ্য কৰিছে। এওঁলোকৰ মতে ভাষাবিজ্ঞান হ'ল এক 'বিজ্ঞান (science) আৰু 'ভাষাশিক্ষণ' হ'ল এবিধ 'কলা (Art)। দুয়োটাৰে বিষয়গত আৰু মৌলিকতাৰ ক্ষেত্ৰত কেতবোৰ মননশীল পাৰ্থক্য আছে। Language Teaching Analysis গ্ৰন্থৰ ৰচক Mackey আৰু প্ৰখ্যাত ভাষাবিজ্ঞানী ন'ৱাম চমস্কি (Noam Chomsky) য়ে ভাষাবিজ্ঞানৰ ভূমিকা, ভাষা-শিক্ষণৰ ক্ষেত্ৰত থকাৰ কথাটো প্ৰকাৰান্তৰে অস্বীকাৰ কৰিছে।[৫৫] আনহাতে Pual Roberts Strevens Halliday Sol Saporta আদি গৱেষক-পণ্ডিতসকলে ভাষা-শিক্ষণত ভাষাবিজ্ঞান (Linguistics) জ্ঞানৰ প্ৰভূত বৰঙণি থকাৰ কথা উল্লেখ কৰিছে। ভাষানো কিদৰে আৰু কেনেকৈ শিকা হয়? সময়, পৰিৱেশ, প্ৰয়োজন অনুসৰি ভাষাৰ প্ৰয়োগ ব্যক্তিগত আৰু সামূহিক, উভয় ক্ষেত্ৰতে কিদৰে হয়, শিশু এটাৰ ক্ষেত্ৰত প্ৰথম ভাষা-শিক্ষণ আৰু দ্বিতীয় ভাষা-শিক্ষণ কালৰ মধ্যভাগত পৰিবৰ্তনৰ স্বৰূপ কেনেধৰণৰ, ইত্যাদি প্ৰশ্ন আৰু তাৰ উত্তৰৰ মাজতে ভাষাশিক্ষণ (Language Teaching) কাৰ্যত ভাষাবিজ্ঞানৰ (Linguistics) প্ৰয়োজনীয়তাৰ কথা আহি পৰে।

---

৫৫ "It is difficult to believe that their linguistics and Psychology has achieved a level of theoretical understanding that might enable it to support a 'technology' of language teaching" —Noam Chomsky 'L T

কেনে পৰিৱেশ, আৰু কোন সময়ত ভাষা শিকালে অধিক উপযোগীতা আহৰণ কৰিব পৰা যায় তাৰ সঠিক সিদ্ধান্ত গ্ৰহণ কৰাটো বহুক্ষেত্ৰত দেশৰ সাধাৰণ ভাষা-ব্যৱস্থাৰ বাবে প্ৰয়োজনীয় হৈ পৰে। মানুহৰ জন্মগত অৰ্হতা আৰু পৰিৱেশগত গঢ়ি উঠা দক্ষতা তথা অৰ্হতাৰ স্থান ভাষা শিকাৰ ক্ষেত্ৰত কেনেধৰণৰ হয় তাক পৰ্যবেক্ষণ কৰাটোও বহুক্ষেত্ৰত প্ৰয়োজনীয় হৈ পৰে। মানুহৰ বৃত্তি অনুযায়ী একেটা ভাষাৰ ভিতৰতে বিভিন্ন প্ৰকাৰৰ ভেদৰ সৃষ্টি হয়। এজন শিক্ষকে ছাত্ৰৰ লগত পতা কথা বতৰা আৰু এজন অধিবক্তাই তেওঁৰ মোক্দ্দমাকাৰী মোক্কেল সকলৰ লগত পতা কথা-বতৰাৰ বৃত্তিগত ভেদ ( Reg ster ) আছে। এই বৃত্তিগত ভেদ ( Register ) অনুসৰি ভাষা শিকোৱাতো সম্ভৱপৰ হয় নে নহয় আৰু সম্ভৱপৰ যদি হয় তেনেহ'লে তাৰ পাঠ্যক্ৰম কেনেধৰণৰ হ'ব— এইবোৰো এটা দিশৰ পৰা গুৰুত্বপূৰ্ণ, আলোচ্য বিষয়। শিক্ষা প্ৰদান কৰা কাৰ্য পাঠ্য-পুথি ( text book )ৰ দ্বাৰাই কৰা হয়। ভাষাবিজ্ঞানী সকলে ধ্বনি-সমূহৰ ( শিকিব খোজা ভাষাটোত ব্যৱহৃত ) গুণাগুণ আৰু উচ্চাৰণ কৌশল সম্বন্ধে প্ৰয়োজনীয় জ্ঞান[৫৬] পাঠ্য-পুথি প্ৰস্তুত কৰোঁতা লিখক সকলক প্ৰদান কৰিব পাৰে। শিক্ষণযোগ্য ভাষাটোৰ প্ৰকৃতি বা স্বৰূপনো কি? ভাষাটোৰ ভিতৰত থকা প্ৰণালী, উপপ্ৰণালীবোৰ কেনে ধৰণৰ, দ্বিতীয় ভাষাটো ( Second Language ) শিকাৰ সময়ত বক্তাই আয়ত্ত কৰি থোৱা প্ৰথম ভাষাটোৱে কিদৰে কাম কৰে,

---

৫৬ I still believe that the most important contribution that linguistics can make to the classroom English teacher is in reshaping his view of language and of language learning Linguistically sound teaching materials can be expected to produce satisfactory results only when they are used by linguistically knowlegeable sophisticated teacher
— Marchwardt A Linguistics (1969) P, 135

এনেধৰণৰ কথা ভাষাশিক্ষণ (Language teaching) কাৰ্যত জড়িতসকলে জনাটোৱ প্ৰয়োজন হয়। কেৱল Linguistics'ৰ জ্ঞানেহে এই প্ৰয়োজন পূৰণ কৰিব পাৰে। কোনো এটা ভাষাৰ ব্যাকৰণ (Grammar), শব্দভাণ্ডাৰ (Vocabulary) আৰু উচ্চাৰণ (Pronunciation) সম্বন্ধে পৰিষ্কাৰ জ্ঞান ভাষাবিজ্ঞানত যিদৰে দৰকাৰী সিদৰে সি ভাষা-শিক্ষণ কাৰ্যতো অতীৱ প্ৰয়োজনীয়। ধ্বনিতাত্ত্বিক বিশ্লেষণৰ দ্বাৰা প্ৰস্তুত কৰা কোনো ভাষাৰ বৰ্ণমালা, উচ্চাৰণ-কৌশল সম্বন্ধীয় কাৰিকৰী কৌশল তথা নিৰ্দেশাৱলীয়ে বিজ্ঞানসম্মতভাৱে কোনো ভাষা শিকোৱা আৰু শিকাৰ ক্ষেত্ৰত প্ৰশিক্ষক আৰু ছাত্ৰ উভয়কে সমানে সহায় কৰে। পৰম্পৰাগতভাৱে প্ৰচলিত হৈ অহা অ-বিজ্ঞান-সম্মত ব্যাকৰণসমূহৰ ঠাইত বিজ্ঞানসম্মতভাৱে ব্যাকৰণ প্ৰস্তুত কৰা কাৰ্য, ভাষাবিজ্ঞানৰ সহায়তে সম্প্ৰতি সম্ভৱপৰ হৈ উঠিছে। ভাষা-সমূহৰ বিজ্ঞানসম্মত জ্ঞান আহৰণ কৰিব নোৱাৰা লোক এজন বহু-ভাষী (Multilingual), দ্বিভাষী (Bilingual) অথবা একভাষী (Monolingual) হ'লেও তেওঁৰ সফল আৰু সাৰ্থক ভাষা প্ৰশিক্ষক হ'ব নোৱাৰে। ভাষাৰ সকলোবোৰ খুঁতি-নাতিমূলক দিশ গভীৰ পৰ্যবেক্ষণ শক্তিৰ সহায়ত বিশ্লেষণ কৰি চাব নোৱাৰিলে ভাষা-শিক্ষণ কাৰ্যত প্ৰকৃততেই ব্ৰতী হ'ব পৰা নাযায়। ভাষা-শিক্ষা প্ৰদান কাৰ্যত অৱলম্বন কৰিব লগা পদ্ধতি আৰু তাৰ প্ৰয়োগ কৌশল সম্বন্ধীয় জ্ঞানো কেৱল মাত্ৰ ভাষাবিজ্ঞান (Linguistics)ৰ 'জ্ঞান'ৰ দ্বাৰাহে আয়ত্ব কৰিব পৰাতো সম্ভৱপৰ।

ভাষাৰ গঠন পদ্ধতিৰ প্ৰণালীবদ্ধ আলোচনাৰ দ্বাৰা প্ৰাপ্ত সমলৰ সহায়ত ভাষা শিকোৱা পদ্ধতিৰ নামেই প্ৰায়োগিক ভাষাবিজ্ঞান (Applied Linguistics)। ভাষাবিজ্ঞান, বিচাৰ-বিশ্লেষণৰ দ্বাৰা প্ৰাপ্ত জ্ঞানৰ এক শাখা, ভাষা-শিক্ষণৰ সুকীয়া পদ্ধতি নহয়। Bolinger ৰ ভাষাৰে ক'বলৈ হ'লে 'Linguistics to teaching is chemistry

to medicine সাম্প্ৰতিক কালত জ্ঞানৰ এক শাখা হিচাপে 'ভাষা-বিজ্ঞানে' প্ৰসাৰতা লাভ কৰাৰ লগে লগে, প্ৰায়োগিক ভাষাবিজ্ঞানেও অধিক প্ৰসাৰতা লাভ কৰিছে।

৩ ৫ ব্যাকৰণ ( Grammar )

ভাষাবিজ্ঞানৰ জৰিয়তে ভাষাৰ সৰ্বস্তৰীয় বিশ্লেষণ কাৰ্য সম্ভৱ হৈ উঠাৰ লগে লগে অতি কম সময়ৰ ভিতৰতে মানৱকথিত ভাষা এটা শিকোৱাৰ কৌশলো মানুহৰ আয়ত্তাধীন হৈছে। কোনো এটা ভাষা নিজে শিকিবলৈ অথবা আনক শিকাবলৈ ভাষাটোৰ এখন ব্যাকৰণ ( Grammar )ৰ আৱশ্যক হয়। কোনো এটা ভাষাৰ গঠন-পদ্ধতিৰ প্ৰণালীবদ্ধ অধ্যয়নৰ দ্বাৰা প্ৰস্তুত কৰা ভাষা বৈজ্ঞানিক বৰ্ণনাই হৈছে সেই ভাষাৰ ব্যাকৰণ। অতীতৰ পৰা বৰ্তমানলৈকে, ভাষাবিজ্ঞানৰ বিভিন্ন প্ৰতিষ্ঠিত স্কুল ( School ) আৰু কেইবাজনো প্ৰখ্যাত ভাষাবিদে[৫৭] ব্যাকৰণৰ বিভিন্ন সংজ্ঞা প্ৰদান কৰিছে। স্থূল-

---

৫৭ (I) ' Grammar is the study of the organisation of words into various combinations often representing many layers of structure such as phrases sentences and complete utterances —Nelson Francis (Structure of American English)

(II) ' Grammar is concerned with the Structure of stretches of utherance or stretches of writing and with the grouping and classification of the recurrent elements of utterences by virtue of the functional places they occupy and the relations they contract with one another in the structures '
—R H Robins ( General Linguistics ) P 180

(III) 'Grammar is the widest sense of the word is both the science and art of language —Henry Sweet

(iv) Linguistics is the science which attempts to understand language from the point of its internal structure"
—H A Gleason

(v) "Grammar did not make rules and laws for language, but only report the facts of good language in an orderly way —W D Whitney

পৰিৱ দিশৰ পৰা (Etymologically) চালে গ্ৰীক ভাষাৰ 'grammatika অথবা 'grammatika techne শব্দৰ পৰা ইংৰাজী Grammar শব্দটো বিকশিত হৈ অহা দেখা যায়। 'grammatikaৰ অৰ্থ হ'ল 'আখৰৰ জ্ঞান' বা 'the art of writing'। গ্ৰীকসকলে দৰ্শন শাস্ত্ৰৰ এক অঙ্গ হিচাপে ব্যাকৰণক এসময়ত গণ্য কৰিছিল। প্লেটো, এৰিষ্টটল, থে্ক্স, দাইস্কোলচ আদি গ্ৰীক দাৰ্শনিকসকলে ভাষাৰ প্ৰসঙ্গত 'জ্ঞানৰ এক আহিলা' হিচাপে ব্যাকৰণক স্থান দিছিল। De Lingua Latina নামৰ এখন গ্ৰন্থৰ জৰিয়তে গ্ৰীক পণ্ডিত ভেৰো (Varro) এ লেটিন ভাষাত 'ব্যাকৰণ' সম্বন্ধীয় কেতবোৰ গুৰুত্বপূৰ্ণ তথ্য প্ৰকাশ কৰিছিল। প্ৰসিদ্ধ বৈয়াকৰণিক পানিনিৰ[৫৮] স্থান ব্যাকৰণ চৰ্চাৰ ক্ষেত্ৰত অতি উল্লেখযোগ্য। কাত্যায়ণ, পটঞ্জলি, বোপদেৱ, হেমচন্দ্ৰ আদি প্ৰসিদ্ধ তথা বিখ্যাত ভাৰতীয় বৈয়াকৰণিক। মধ্যযুগৰ পৰা পণ্ডিতসকলে, 'ব্যাকৰণ'ক ভাষা সম্বন্ধীয় কেতবোৰ সূত্ৰ বা নিয়ম (rules)ৰ ৰূপত গণ্য কৰিছিল। ভাষাৰ শুদ্ধ প্ৰয়োগসম্বন্ধীয় নিৰ্দেশাৱলীক এই সময়ৰে পৰা পাঠ্যপুথিৰ ৰূপত শিক্ষাদানত ব্যৱহাৰ কৰা হৈছিল। চলিত শতিকাৰ আৰম্ভণিৰ সময়লৈকে ব্যাকৰণ সম্বন্ধে 'ভাষা বিষয়ক নীতি-নিয়ম' নিৰূপক ধাৰণা এটাই প্ৰচলিত হৈ আছিল। সম্প্ৰতি ভাষা বিজ্ঞানৰ দৃষ্টিভংগীৰে তাৰ পৃথক সংজ্ঞা নিৰূপণ কৰা হৈছে (৫৭-ৰ প্ৰাসঙ্গিক টোকা দ্ৰষ্টব্য)। প্ৰকৃতাৰ্থত, ভাষা বিজ্ঞানৰ দৃষ্টিভংগীৰে কৰা, কোনো এটা ভাষাৰ ভাষাবৈজ্ঞানিক বৰ্ণনাই সেই ভাষাৰ ব্যাকৰণ।

৩৫১ কোনো এটা ভাষাৰ ভাষাবৈজ্ঞানিক দৃষ্টিভংগীৰে কৰা বিশ্লেষণ (analysis) আৰু তাৰ বৰ্ণনা (description) কেইবা-

৫৮ "The Astadhyāyi of Panini' which dates from somewhere around 350 to 250 B C is one of the greatest monuments of human intelligence No other language of this day has been so perfectly described ' —Bloomfield

ধৰণৰো হ'ব পাৰে। অধ্যয়ন পদ্ধতিৰ স্বৰূপলৈ লক্ষ্য কৰি ভাষা-বিজ্ঞানীসকলে কোনো ভাষাৰ ভাষাবৈজ্ঞানিক দৃষ্টিৰে কৰা বৰ্ণনা বা ব্যাকৰণক থাইকৈ তিনিটা ভাগত ভাগ কৰিছে। সেয়া হৈছে— (১) বৰ্ণনাত্মক ব্যাকৰণ (২) ঐতিহাসিক ব্যাকৰণ আৰু (৩) তুলনাত্মক ব্যাকৰণ। ভাষাবিজ্ঞানৰ শাখা অনুসৰি কৰা উপৰোক্ত বিভাজনসমূহৰ উপৰিও (৭) বিৰোধী ব্যাকৰণ আৰু (৫) উৎপাদক বা ৰূপান্তৰণাত্মক ব্যাকৰণৰ কথা ভাষাবিজ্ঞানীসকলে[৫৯] উল্লেখ কৰি গৈছে।

৩৫১১ কোনো এটা ভাষাৰ কোনো এক নিৰ্দিষ্ট সময়ৰ গঠন-পদ্ধতিৰ প্ৰণালীবদ্ধ বিচাৰ-বিশ্লেষণৰ দ্বাৰা যুগুত কৰা বৰ্ণনামূলক বিবৰণক ( Set of Statement ) সেই ভাষাটোৰ বৰ্ণনাত্মক ব্যাকৰণ বোলা হয়। বৰ্ণনাত্মক ব্যাকৰণ ( Descriptive Grammar ) প্ৰস্তুত কৰোঁতে, সেই ভাষাটোৰ বিশ্লেষণ, ভাষাটোৰ ব্যৱহাৰিক দিশত অধিকতৰ গুৰুত্ব দি কৰা হয়। ভাষাৰ অতীত স্তৰৰ ইতিহাস বা পূৰ্ব-ৰূপৰ ইতিহাসৰ বিশ্লেষণ বৰ্ণনাত্মক ব্যাকৰণৰ ক্ষেত্ৰত প্ৰাসঙ্গিক নহয়। ভাষা এটাৰ গঠন-পদ্ধতিৰ নীতি-নিয়ম সম্বন্ধে জ্ঞাত হোৱাৰ পৰৱৰ্তী স্তৰত, ভাষাটোৰ যিকোনো এটা বাক্যৰ গঠন সম্বন্ধীয় বৰ্ণনাত্মক বিবৰণ, বৰ্ণনাত্মক ব্যাকৰণৰ দ্বাৰা আগবঢ়াব পৰা হয়। উদাহৰণ স্বৰূপে, 'যতীনে এটা নিজৰা দেখিছিল' —এই বাক্যটোৰ শব্দবোৰৰ গঠন-পদ্ধতিৰ ক্ৰম 'কৰ্ত্তা—সংখ্যাবাচক শব্দ-কৰ্ম-ক্ৰিয়াৰূপ' এনেদৰে সংগঠিত হৈ আছে। তেনেদৰে, 'সজ লʼৰাৰ আচৰণ' —এই বাক্যটোত 'বিশেষণ কৰ্ত্তা-কৰ্ম' এই গঠন ক্ৰম ৰক্ষিত হৈছে। একেদৰে, ইংৰাজী ভাষাৰ 'Did Jivan go ?' বাক্যটোৰ 'সহায়ক ক্ৰিয়া-কৰ্ত্তা-

[৫৯] H A Gleason এ উল্লেখ কৰা [i] Descriptive Grammar [ii] Sentence Interpreting Grammar [iii] Sentence Producing Grammar [iv] Contrastive Grammar or transfer Grammar [v] Trausformational Grammar আৰু [vi] Prescriptive Grammar ৰ প্ৰসঙ্গ ব্যাকৰণৰ প্ৰকাৰ সমষ্টত দ্ৰষ্টব্য।

—'Language and Grammar.' P. 200-209

৩৫.১৫. এক্টো ভাষাৰে মূল বাক্যবোধৰ ক্ষেত্ৰোৰ পৰিৱৰ্ত্তিত ৰূপ থকা দেখা যায়। উদাহৰণ স্বৰূপে, অসমীয়া ভাষাৰ এটি বাক্য 'কাজিৰঙাত গড় আছে' ইয়াক: [১] কাজিৰঙাত গড় আছেনে? [২] কাজিৰঙাত গড় নাইনে? [৩] কাজিৰঙাত গড় নাথাকে [৪] কাজিৰঙাত গড় নায়েই [৫] কাজিৰঙাত গড়? এনেধৰণৰ প্ৰায় পাচঁোটা বাক্যলৈ ৰূপান্তৰিত কৰিব পৰা গৈছে। একেদৰে ইংৰাজী ভাষাৰ এটি বাক্য[৬৩] He is going এই বাক্যটোক is he going ? He is not going এই দুটা পৃথক বাক্যলৈ পৰিৱৰ্ত্তন কৰিব পৰা হৈছে কোনো কোনো ক্ষেত্ৰত দেখা যায় যে কেইবাটাও পৃথক পৃথক বাক্যক, কেৱল এটা মাত্ৰ বাক্যত ভাৱ আৰু অৰ্থৰ (meaning) সালসলনি নোহোৱাকৈ প্ৰকাশ কৰিব পাৰি। উদাহৰণ স্বৰূপে (i) কৰুণা উৎসাহী ল'ৰা (ii) কৰুণা পৰিশ্ৰমী ল'ৰা (iii) কৰুণা অতি ভাল ল'ৰা এই তিনিওটা বাক্যক (১) 'কৰুণা উৎসাহী, পৰিশ্ৰমী আৰু অতি ভাল ল'ৰা' —বুলিও এক্টো মাত্ৰ বাক্যতে প্ৰকাশ কৰিব পাৰি। ভাষাত ব্যৱহৃত বাক্য আৰু অন্যান্য আনুষংগিক পৰিৱৰ্ত্তনৰ ধাৰা তথা তাৰ পদ্ধতি (method) নিৰ্দেশ কৰা ব্যাকৰণক ৰূপান্তৰণাত্মক ব্যাকৰণ বোলা হৈছে। ৰূপান্তৰণাত্মক (Tranformational Grammar) ব্যাকৰণক, অঙ্গ গঠন (Constituent Structure), বাক্যাংশ গঠন (Phrase Structure), আৰু ভিৰ্যক-ৰূপগ্ৰামীয় বা সন্ধিমূলক (Morpho Phonemic) এইতিনিটা শাখাত আলচ কৰা হৈছে।

## ৩৬. ভাষাৰ গঠন পদ্ধতি নিৰ্ণয়

ভাষাৰ কথিত (Spoken) আৰু লিখিত (Written) দুটা ৰূপ আছে। লিখিত ৰূপ থকা ভাষা এটাৰ গঠন পদ্ধতিয়ে ভাষাটোৰ কথিত ৰূপৰ

৬৩. গোস্বামী, উপেন্দ্ৰ নাথ . ভাষাবিজ্ঞান পৃঃ ৪৭।

ওপৰতহে ভিত্তি কৰে। বৰ্ণনাত্মক ভাষাবিজ্ঞানীসকলে সেয়েহে ভাষা এটাৰ গঠন পদ্ধতি নিৰ্ণয় কাৰ্যত ভাষাটোৰ কথিত ৰূপৰ বিজ্ঞান সন্মত বিশ্লেষণ কৰাত গুৰুত্ব আৰোপ কৰে। ইয়াৰ বাবে ভাষাবিজ্ঞানী জনে গঠন পদ্ধতি বিশ্লেষণ কৰি চাব খোজা ভাষাটো ভালদৰে ক'ব পৰা, ভাষাটোৰ সকলোদিশৰ খুঁতি-নাতি জনা আৰু দৈনন্দিন জীৱনৰ কাজ-কৰ্মত ভাষাটো ব্যৱহাৰ কৰি অহা এজন বা একাধিক লোকৰ ( সূচক বা Informant ) সহায় ল'ব লগীয়া হয়। ভাষাবিজ্ঞানীজনে, পোনপ্ৰথমে ভাষাটোৰ মৌলিক শব্দভাণ্ডাৰ (basic vocabulary,)ৰ বিষয়ে তথ্য সংগ্ৰহ কৰিব পাৰে। কোনো এটা ভাষাত ব্যৱহৃত জীৱ-জন্তুৰ নাম, চৰাই-চিৰিকতি, পোক-পৰুৱা, কীট-পতঙ্গ, গছ-লতিকা, ফল-মূল, শৰীৰৰ অঙ্গ প্ৰত্যঙ্গ আদিৰ নাম, পিন্ধন-উৰণত ব্যৱহৃত কানি-কাপোৰ, অয়-অলংকাৰ, খাদ্য দ্ৰব্য, কৃষি কাৰ্যত ব্যৱহৃত সা-সঁজুলি, অঞ্চলটোত থকা নৈ-নলা, খাল-বিল, হাবি-বননিৰ নাম, সম্বন্ধ বাচক, সংখ্যাবাচক বিভিন্ন শব্দ আৰু বিবিধ বিষয়ক শব্দসম্ভাৰেই হ'ল সেই ভাষাৰ মৌলিক শব্দভাণ্ডাৰ। মৌলিক শব্দভাণ্ডাৰ সম্পৰ্কীয় তথ্য সংগ্ৰহ কৰোঁতা ভাষাবিজ্ঞানীজনে ধ্বনিলিপিৰ জৰিয়তে প্ৰাপ্ত তথ্য লিপিবদ্ধ কৰিব। মৌলিক শব্দভাণ্ডাৰত ব্যৱহৃত ধ্বনিসমূহৰ তথ্য আৰু ভাষাটোত ব্যৱহৃত ধ্বনিসমূহৰ সামগ্ৰিক তথ্যৰ বাবে ভাষাবিজ্ঞানীজনে ধ্বনিসমূহৰ এখন তালিকা প্ৰস্তুত কৰি ল'ব পাৰে। ধ্বনি সমূহৰ সংযোগত কিদৰে ভাষাটোত ৰূপৰ (Morph) সৃষ্টি হৈছে তাৰ কিছু আভাস মৌলিক শব্দভাণ্ডাৰৰ পৰা পোৱা যাব যদিও বাক্যগঠন সম্বন্ধীয় কেতবোৰ অতিৰিক্ত তথ্য ভাষাবিজ্ঞানী জনে সংগ্ৰহ কৰিব পাৰে। ভাষাটোৰ, যদিহে মৌখিক সাহিত্য (Oral Literature) থাকে তেতিয়াহ'লে মৌখিক সাহিত্যৰ পৰা বিশ্লেষণ উপযোগী সামগ্ৰী ভাষাবিজ্ঞানীজনে সংগ্ৰহ কৰিব পাৰে। কোনো এটা ভাষাৰ কথিত ৰূপৰ পৰা গঠন পদ্ধতি নিৰ্ণয় কৰিবলৈ যাওঁতে ভাষাবিজ্ঞানীজনৰ ভাষাৰ শ-প্ৰণালীৰ

ইংলিছ বা চমুকৈ 'OE' বোলা হয়। ইয়াৰ পৰা ১৫শ শতিকাৰ শেষলৈকে ইংৰাজী ভাষাৰ মধ্যস্তৰ (ME) আৰু ১৫শ শতিকাৰ পৰা বৰ্ত্তমানলৈকে আধুনিক স্তৰ। আদিস্তৰৰ (OE) পৰা বিভিন্ন সময়ৰ মাজেৰে বিৱৰ্ত্তিত হৈ আহি পোৱা আধুনিক স্তৰটোলৈকে বিকাশৰ এই বিজ্ঞানসম্মত বিৱৰণক ইংৰাজী ভাষাৰ ঐতিহাসিক ব্যাকৰণ বোলা হ'ব। ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু মৌলিক শব্দভাণ্ডাৰ (basic vocabulary)ৰ, সময়ৰ মাজেৰে হোৱা ভিন্নস্তৰীয় বিৱৰ্ত্তনৰ আভাস ঐতিহাসিক ব্যাকৰণত পোৱা যায়। সন্তৱস্থলত ৰূপতাত্ত্বিক নিদৰ্শন আৰু ধ্বনিতাত্ত্বিক নিদৰ্শনৰ সহায়ত ভাষা এটাৰ নোপোৱা স্তৰ এটাৰ পুনৰনিৰ্মিত বিৱৰণ দিয়াটোও, ঐতিহাসিক দৃষ্টিৰে সম্ভৱপৰ হয়। অৱশ্যে ভাষা এটাৰ ঐতিহাসিক বিৱৰণ প্ৰস্তুত কৰোঁতে তাৰ মাজতে বৰ্ণনাত্মক বিৱৰণো সোমাই পৰে।

## ৩৫১৩ তুলনাত্মক ব্যাকৰণ

কোনো এটা ভাষাৰ মূল উৎস আৰু তাৰ পৰিবৰ্ত্তিত আন আন ৰূপেৰে সৈতে থকা সম্বন্ধৰ বিচাৰযুক্ত বৈজ্ঞানিক বিশ্লেষণ হ'ল ভাষা এটাৰ তুলনাত্মক ব্যাকৰণ। একাধিক ভাষাৰ তুলনাত্মক আলোচনা কৰাটো তুলনাত্মক ব্যাকৰণৰ লক্ষ্য। একে উৎসৰ পৰা উদ্ভৱ হোৱা ভাষাসমূহৰ ক্ষেত্ৰত তুলনাত্মক অধ্যয়ন চলাই ভাষাসমূহৰ ৰূপ আৰু তাৰো পূৰ্বৰূপ নিৰূপণ কৰাটো সম্ভৱপৰ হয়। উদাহৰণস্বৰূপে, একে মূল উৎস সংস্কৃতৰ পৰা উদ্ভৱ হোৱা পালি-প্ৰাকৃত ভাষা আৰু তাৰ পৰৱৰ্তী স্তৰৰ আধুনিক ভাৰতীয় ভাষাসমূহ যেনে, বঙালী, মাৰাঠী, হিন্দী উড়িয়া আদিৰ মাজত থকা ধ্বনিগত, ৰূপতাত্ত্বিক আৰু শব্দ ভাণ্ডাৰৰ সাদৃশ্য তথা সম্বন্ধ দৰ্শাই তাৰ বিজ্ঞানসম্মত এক বিৱৰণ দাঙি ধৰিব পৰা যায়। এই বিৱৰণ যদি 'অসমীয়া' বা 'বঙলা' ভাষাৰ ক্ষেত্ৰত অধ্যয়ন চলাই প্ৰস্তুত কৰা হয় তেতিয়াহ'লে সেয়া

হ'ব তৎসংশ্লিষ্ট ভাষাৰ তুলনাত্মক ব্যাকৰণ (Comparative Grammar)। ভাষাৰ তুলনাত্মক অধ্যয়ন কৰিবলৈ হ'লে ভাষাৰ শুদ্ধ আৰু সঠিক উপায়েৰে নিৰূপণ কৰা বৰ্ণনাত্মক বিৱৰণক সমল হিচাপে ল'ব লগীয়া হয়। সেইদিশৰ পৰা চালে, কোনো ভাষাৰ বৰ্ণনাত্মক বিৱৰণেই (statement) সেই ভাষাৰ তুলনাত্মক অধ্যয়নৰো আধাৰ। একে সম্বন্ধ ৰক্ষিত হোৱা, সাদৃশ্যযুক্ত ভাষাসমূহৰ ধ্বনি, ৰূপ আৰু শব্দ-সম্ভাৰৰ তুলনাত্মক অধ্যয়নৰ দ্বাৰা সেইবোৰক একেভাষা পৰিয়ালত বৰ্গীকৰণ কৰিব পৰা হৈছে।

৩৫১৭ কোনো ভাষাৰ বৰ্ণনাত্মক অধ্যয়নৰ জৰিয়তে পোৱা সমলক প্ৰাথমিক আধাৰ হিচাপে লৈ ভাষা দুটাৰ মাজত থকা সাদৃশ্য আৰু বৈসাদৃশ্যবোৰৰ পৃথকীকৰণ কৰিব পৰা যায়। কোনো দুটা বা একাধিক ভাষাৰ বৰ্ণনাত্মক ব্যাকৰণৰ ভিত্তিৰ এনে আলোচনা কৰিব পাৰি। ইয়াক বিৰোধী ব্যাকৰণ (Contrastive Grammar or transfer Crammar)[৬২] বোলা হয়। বিৰোধী ব্যাকৰণৰ দ্বাৰা কোনো এটা ভাষাৰ বাক্য গঠন পদ্ধতি আৰু তাৰ প্ৰকাৰৰ বিষয়েও অৱগত হ'ব পাৰি। দ্বিতীয়-ভাষা-শিক্ষণৰ ক্ষেত্ৰত প্ৰশিক্ষকসকলে বিৰোধী ব্যাকৰণৰ সহায়ত অধিকতৰ সুফল পাব পাৰে। ভাষা শিকোতাসকলে বাক্য গঠনৰ ক্ষেত্ৰত কোন কোন অংশত অসুবিধাৰ সন্মুখীন হৈছে, অভিজ্ঞ প্ৰশিক্ষক এজনে বিৰোধী ব্যাকৰণৰ সহায়ত সতকাই তাৰ উমান পাব পাৰে। এটা ভাষাৰ পৰা আন এটা ভাষালৈ আক্ষৰিক তৰ্জমা কৰোঁতেও অনুবাদকসকলে (translator) বিৰোধী ব্যাকৰণৰ সহায় লব পাৰে।

৬২ 'A suitable transfer Grammar can be prepared only by bringing together adequate descriptions of the two languages contrasted These descriptions must each be in terms proper to the languages being described. —
—Gleason H. A

ক্ৰিয়া' (Auxiliary verb-subject-verb)'ৰ এক নিৰ্দিষ্ট পদ্ধতি বা ক্ৰম ব্যৱহৃত হৈছে। যিসকলৰ অসমীয়া বা ইংৰাজী ভাষা প্ৰথম ভাষা বা মাতৃভাষা, তেওঁলোকৰ ক্ষেত্ৰত এনে বৰ্ণনাৰ প্ৰয়োজন নহয় কিন্তু ন-শিকাৰু এজনে পোনপ্ৰথমেই, ভাষা এটাৰ বাক্যত ব্যৱহৃত শব্দবোৰৰ ব্যাকৰণ নিৰূপিত এনে ৰূপ, সততেই লক্ষ্য কৰিব। ভাষাৰ গঠন-পদ্ধতি সন্দৰ্ভে[৬০] এক নিৰ্দিষ্ট ধাৰণা বৰ্ণনাত্মক ব্যাকৰণৰ (Descriptive Grammar) পৰা পোৱা যায়। সাধাৰণতেই, ভাষাটোৰ কথিতৰূপক (Spoken language) এই কাৰ্যত আধাৰ হিচাপে লোৱা হয়।

বৰ্ণনাত্মক ভাষাবিজ্ঞানী সকলে, আধুনিক কালত বৰ্ণনাত্মক ভাষা বিজ্ঞানৰ (Descriptive Linguistics) সম-অৰ্থতেই বৰ্ণনাত্মক ব্যাকৰণ (Descriptive Grammar) শব্দৰ প্ৰয়োগ কৰিছে। এজন ভাৰতীয় ভাষাতত্ত্ববিদ, ড সুকুমাৰ সেনে বৰ্ণনাত্মক ভাষাবিজ্ঞান আৰু বৰ্ণনাত্মক ব্যাকৰণ, উভয়ৰে মাজত কেতবোৰ পাৰ্থক্য[৬১] থকাৰ কথা উল্লেখ কৰিছিল। সাম্প্ৰতিক কালৰ ভাষাবিজ্ঞানীসকলে অৱশ্যে এনে পাৰ্থক্য স্বীকাৰ কৰা নাই।

৩৫১২ কোনো এটা ভাষাই বিভিন্ন সময়ৰ মাজেৰে বিৱৰ্ত্তিত হৈ আহি কেনেকৈ সাম্প্ৰতিক স্তৰত উপনীত হ'ল, তাৰ বিজ্ঞানসন্মত বৰ্ণনাই হৈছে সেই ভাষাটোৰ ঐতিহাসিক ব্যাকৰণ (Historical Grammar)। ঐতিহাসিক ব্যাকৰণৰ ভাষা বিশ্লেষণ পদ্ধতিয়ে ভাষাৰ কালগত বিৱৰণক সামৰি লয়। উদাহৰণস্বৰূপ, প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ (OIA) বিৱৰ্তনৰ দ্বিতীয় স্তৰ হ'ল মধ্যভাৰতীয়

---

৬০ 'Descriptive Grammar is a systematically organized set of statements about the constructional patterns that characterize grammatical, statements —H A Gleason 'Descriptive Linguistics,' P 202

৬১. সেন, ড° সুকুমাৰ: 'ভাষাৰ ইতিবৃত্ত,' ১৯৭৫ পৃঃ ২৩।

আৰ্যভাষা ( MIA )। মধ্যভাৰতীয় আৰ্যভাষাৰ অন্তৰ্গত ভাষা মাগধী প্ৰাকৃত ভাৰতবৰ্ষৰ পূব অঞ্চলৰ ভাষা আছিল আৰু প্ৰাচীন কালৰ মগধ অঞ্চল আছিল ইয়াৰ উদ্ভৱ স্থান। ভাষাতত্ত্ববিদ Sir G. A Grierson এ তেওঁৰ বিখ্যাত গ্ৰন্থ 'The Linguistic Survey of India' ত এই মাগধী প্ৰাকৃতৰ পৰাই পূব-ভাৰতৰ প্ৰায়বোৰ ভাষাৰ উৎপত্তি হৈছে বুলি মন্তব্য কৰিছে। অসমীয়া ভাষাৰ উৎপত্তিৰ মূলো এই মাগধী প্ৰাকৃত। অসমীয়া ভাষাৰ প্ৰথম লিখিত নিদৰ্শন পোৱা গৈছে ৭ম শতিকাৰ পৰা ১২শ শতিকালৈ ৰাজত্ব কৰা হিন্দু ৰজাসকলৰ তাম্ৰ ফলিবোৰত। অসমীয়া শব্দভাণ্ডাৰ ( basic voca bulary ), ৰূপতত্ত্ব ( Morphology ) আৰু ধ্বনিতত্ত্ব ( Phonology )ৰ কেতবোৰ নিদৰ্শন পোৱা গৈছে উপৰোক্ত সময়ৰ ভিতৰত ৰচিত চৰ্যাপদ সমূহৰ মাজত। চৰ্যাপদৰ সময়ৰ পিছত ত্ৰয়োদশ শতিকাৰ পৰা সোতৰ শতিকালৈ আৰু সোতৰ শতিকাৰ পৰা বৰ্ত্তমান কাললৈ অসমীয়া ভাষাৰ দুটা স্তৰ পোৱা হৈছে। ধ্বনিমূলক, ৰূপতাত্ত্বিক আৰু মৌলিক শব্দভাণ্ডাৰৰ দিশৰ পৰা কেউটা স্তৰেই কেয়োটাৰ পৰা পৃথক। অসমীয়া ভাষাৰ মূল উৎস সংস্কৃত, তাৰ পৰৱৰ্ত্তীস্তৰ পালি-প্ৰাকৃত-অপভ্ৰংশ, ত্ৰয়োদশৰ পৰা সোতৰ শতিকা আৰু সোতৰ শতিকাৰ পৰা বৰ্ত্তমানলৈ এই দুয়োস্তৰৰ ক্ৰমপৰিৱৰ্তিত ৰূপৰ নিৰ্দেশাত্মক ব্যাকৰণেই হব অসমীয়া ভাষাৰ ঐতিহাসিক ব্যাকৰণ। খ্ৰীঃ পূঃ ৫৫ শতিকাত ( 55 BC ) জুলিয়াচ চীজাৰৰ নেতৃত্বত অহা ৰোমানসকলে বৃটেইন অধিকাৰ কৰিছিল আৰু খ্ৰী. ৪০০ শ শতিকাত বৃটেইন ত্যাগ কৰিছিল। জাৰ্মানীয় এংলো-চেক্সন, জুট্‌চসকলে প্ৰায় অৰ্ধশতিকাৰ অন্তৰত পুণ-ৰাই বৃটেইন অধিকাৰ কৰে। প্ৰায় ৩৭২ খ্ৰীষ্টাব্দৰ পৰাই এই এংলো-চেক্সন সকলৰ জাৰ্মানীয় ভাষাক বুজাবলৈ 'ইংলিছ' শব্দটোৰ ব্যৱহাৰ কৰা হৈ আহিছে। লিখিত নিদৰ্শন হিচাপে এই 'ইংলিছ' বা 'ইংৰাজী' ভাষাৰ নিদৰ্শন ১০৬৬ খ্ৰীঃ লৈকে পোৱা হৈছে। এই স্তৰক আদ

অধ্যয়নৰ সম্পূর্ণজ্ঞান থাকিব লাগিব। ধ্বনি, বিশিষ্টধ্বনিৰ নিৰ্বাচন, ৰূপসংযোগৰ পদ্ধতি, বাক্য বিন্যাসৰ পদ্ধতি আৰু অৰ্থতত্ত্ব বিচাৰ বিশ্লেষণৰ বাবে ভাষাবিজ্ঞানীজনৰ ভাষাবিজ্ঞানৰ কেয়োটা স্তৰ, যেনে : ধ্বনিবিজ্ঞান (phonetics), বিশিষ্ট ধ্বনিবিজ্ঞান (phonemics), ৰূপ-বিজ্ঞান (morphology), বাক্যবিন্যাস-বিজ্ঞান (Syntactics) আৰু অৰ্থতত্ত্ব semantics) ৰ জ্ঞান থাকিব লাগিব। কথিত ভাষাৰ তথ্যসমূহ আন্তর্জা-তিক ধ্বনিলিপিৰ (International Phonetic Alphabet) সহায়ত লিপি-বদ্ধ কৰাৰ উপৰিও টেপ-ৰেকৰ্ডাৰৰ দ্বাৰা সংৰক্ষণ কৰিব পৰা যায়। কাইমোগ্ৰাফ (Kimograph) এক্স-ৰে ফটোগ্ৰাফ (X ray Photograph) আদি যন্ত্ৰৰ সহায়ত ধ্বনিসমূহৰ সঠিক উচ্চাৰণ প্ৰক্ৰিয়া আৰু তাৰ ৰেখাচিত্ৰ পাব পৰা যায়। ধ্বনিতাত্ত্বিক দিশটোৰ অধিকতৰ বিচাৰ বিশ্লেষণৰ বাবে স্পেক্টোগ্ৰাফ (Spectograph) অচ্ছিলোগ্ৰাফ (Oscillo-graph) আদিৰ সহায় ললে সি অধিক বিজ্ঞানসন্মত হ'ব। প্ৰণালীবদ্ধ-ভাৱে, প্ৰাপ্তভথ্য সমূহৰ বিন্যাস, পৰ্যবেক্ষণ (Observation) আৰু বিশ্লেষণ (Analysis) কৰিব পৰাটো, ভাষাবিবিজ্ঞানীজনৰ অৰ্হতা আৰু দক্ষতা উভয়ৰেই পৰিচায়ক। সূচক বা Informant জনে কোৱা ভাষাটোৰ ভৌগলিক অৱস্থান, ভাষাকোৱা লোকসকলৰ সমাজ-সংস্কৃতি আৰু অতীত সুৰক্ষীৰ তথ্য, নিজে জনা ভাষা (বা একাধিক ভাষাৰ সহায়ত) ৰ সহায়ত ভাষাবিজ্ঞানীজনে আগতীয়াকৈ জানি থ'লে, ভাষা বিশ্লেষণ কাৰ্যৰ সহায়ক হয়। পাৰ্থক্যমূলক ভাষা বিশ্লেষণৰ (Contrastive Analysis) জ্ঞানো এই প্ৰসঙ্গত অতি প্ৰয়োজনীয়।

## ৪. ভাষাৰ উৎপত্তি বিষয়ক তত্ত্ব

ভাষাৰ উৎপত্তি কেতিয়া, কোন সময়ত আৰু কেনেকৈ হ'ল তাৰ কোনো বিজ্ঞানসন্মত উত্তৰ পোৱা নাযায়। কোনো মানৱ শিশুৱেই জন্মতে ভাষা শিকি নাহে। সি তাৰ পিতৃ-মাতৃ তথা পূৰ্ব-পুৰুষৰ

পৰা অনুকৰণ-অনুশীলনৰ জৰিয়তে পৰিৱেশত ভাষা আয়ত্ত কৰি লয়। শিশুৰ পিতৃ-মাতৃ বা পূৰ্ব পুৰুষৰ বিষয়টো উত্থাপিত হোৱাৰ লগে লগে আনুষংগিকভাৱে মানৱ মনত প্ৰশ্নৰ উদয় হ'ব ঃ পূৰ্বপুৰুষে ভাষা ক'ব পৰা আৰু কেতিয়া শিকিলে? পূৰ্বপুৰুষৰো পূৰ্বপুৰুষৰ জেৰ ধৰি আগুৱাই গ'লে আদিম মানৱ গোষ্ঠীৰ প্ৰসংগ আহি পৰিব। তেতিয়াও প্ৰশ্ন হয় আদিম মানৱ গোষ্ঠীয়ে ভাষা ক'ব পৰা ঃ আৰু কেতিয়া কেনেকৈ শিকিলে?

প্ৰয়োজনীয় তথ্য-পাতি আৰু বিজ্ঞানসন্মত সমলৰ অভাৱত ভাষা উৎপত্তিৰ বিষয়টো অধিকাংশ ভাষা বিজ্ঞানীয়ে আলোচনা কৰিব নোখোজে। কাল্পনিক বা আনুমানিক তথ্য ভাষাবিজ্ঞানৰ আলোচ্য বিষয়ো নহয়। তৎস্বত্বেও, ভাষাৰ উৎপত্তি সম্বন্ধীয় বহুবোৰ কল্পনা উদ্দীপক তথ্যৰ উপস্থাপনে ভাষাৰ উৎপত্তি বিষয়ক ভালেমান আনুষংগিক সূত্ৰৰ সৃষ্টি কৰিছে। কোনো কোনো চিন্তাশীল ব্যক্তি এই ক্ষেত্ৰত প্ৰাচীন জনশ্ৰুতি আৰু ভাষা সম্পৰ্কিত ধৰ্মীয় বিশ্বাসৰো কাষ চাপিছে।[৬৪] এওঁলোকে ভাৱে যে সৃষ্টিকৰ্তাই সৃষ্টিৰ আদিতে মানুহক ভাষা ক'ব পৰা শক্তি প্ৰদান কৰিছিল। পৃথিৱীৰ অন্যান্য পদাৰ্থসমূহৰ দৰে ভাষাও সেয়েহে ঈশ্বৰৰ দান। সৃষ্টিকৰ্তা বা ঈশ্বৰে শিকোৱা আদি ভাষাৰ পৰাই কালক্ৰমত অন্যান্য ভাষাসমূহৰ উৎপত্তি হৈছে। পৃথিৱীৰ প্ৰাচীন ভাষা 'সংস্কৃত'ক দেৱভাষা বুলিও কোৱা হয়। বৌদ্ধধৰ্মাৱলম্বী লোকসকলে পালি ভাষাক, সকলো ভাষাৰে মূল বুলি গণ্য কৰে। সংস্কৃতৰ পৰা ৰূপান্তৰিত হোৱা অৰ্ধ মাগধীক আকৌ জৈনধৰ্মী লোকসকলে মূল ভাষা বুলি ভাৱে। কেথলিক সকলে ওল্ড টেষ্টামেণ্টৰ ভাষা 'হিব্ৰু'ক সকলো ভাষাৰে মূল বুলি ধাৰণা কৰে। কেথলিক সকলৰ বিশ্বাস যে সৃষ্টিকৰ্তা আৰু আদিমানৱ আদম-ইভৰ

৬৪ Lyons, John New Horizons in Linguistics, 1971 ...

আদিম মানৱে কোনো বস্তুৰ স্বৰূপ, কোনো পৰিবেশ বা পৰিস্থিতিৰ বৰ্ণনা দিবলৈ খোজা প্ৰচেষ্টাৰ ফলস্বৰূপে ভাষাৰ সৃষ্টি হ'ব পাৰে। এই ধ্বন্যাত্মক শব্দবোৰৰ সংখ্যা সীমিত। এইবোৰেৰে মানুহৰ মনত সৃষ্টি হোৱা, অসীম ৰূপৰ ভাব বা কল্পনাক প্ৰকাশ কৰাটো সম্ভৱপৰ নহয়। সেয়েহে ভাষা সৃষ্টিৰ ক্ষেত্ৰত এই সূত্ৰৰ ভূমিকা কিমান সি এক বিচাৰ্য বিষয়।

## ৪৪ পৰিহৰণ বাদ (The Yo He Ho Theory)

মানৱ শক্তিৰ ভাবসাম্যৰ প্ৰশ্নটো এই সূত্ৰৰ সৈতে সম্বন্ধিত হৈ আছে। আদিম মানৱে শাৰীৰিক শক্তিৰ ওপৰতে অধিকতৰ গুৰুত্ব আৰোপ কৰিব লগীয়া হৈছিল। জীৱ-জন্তুৰ চিকাৰ, প্ৰাকৃতিক বাধা আঁতৰোৱা (যেনে : শিল বগৰোৱা, গছ কটা) আদি কাৰ্যত আদিম মানুহে সামূহিক শক্তিৰে কাম কৰিবলগীয়া হৈছিল। তেনেস্থলত সামূহিক শক্তিৰ ভাবসাম্য ৰক্ষা কৰিবলৈ আদিম মানুহে মুখেৰে কেতবোৰ ধ্বনিৰ সৃষ্টি কৰিছিল। বৰ্তমান কালতো শ্ৰমিক সকলে গধুৰ বস্তু ওপৰলৈ উঠোৱা কাৰ্য, ধোবাই কাপোৰ ধোওঁতে খৰিকটীয়াই খৰি ফালোতে যথাক্ৰমে, হেইয়া-হেইচৌ, হিচ্ (Hiss) আদি শব্দৰ উচ্চাৰণ কৰা শুনিবলৈ পোৱা যায়। উনবিংশ শতাব্দীৰ পণ্ডিত নইৰে (Noire) সামূহিক কাৰ্যত নিয়োজিত মানুহে, সামূহিক ভাৱে উচ্চাৰণ কৰা ধ্বনি-কোলাহলৰ পৰাই ভাষাৰ উদ্ভৱ হ'ব পাৰে বুলি মত পোষণ কৰিছে। এ এছ. ডায়মণ্ডেও তদনুৰূপ মত পোষণ কৰিছে। তেওঁৰ মতে, বিভিন্ন কাৰ্যত কৰিবলগীয়া হোৱা অস্ত্ৰ-শস্ত্ৰ সঞ্চালনৰ সৈতে স্বয়ংক্ৰিয় ভাৱে উচ্চাৰিত শব্দ সমূহৰ এক সম্পৰ্ক আছে। উচ্চাৰিত শব্দসমষ্টিৰ উচ্চাৰণগত সাদৃশ্যৰ অনুকৰণত এই সূত্ৰক 'Ye-he-ho theory' (পৰিহৰণ বাদ) বোলা হৈছে।

## ৪৫. ইঙ্গিতাত্মক বাদ (The Gestural Theory)

মুখৰ বিভিন্ন প্ৰকাৰৰ অঙ্গীভঙ্গী আৰু ইঙ্গিতৰ সহায়ত আদিম মানৱে মনৰ ভাৱ প্ৰকাশ কৰিছিল। পশু-পক্ষী বা অন্যান্য জীৱ-জন্তুৱে কৰা বিভিন্ন প্ৰকাৰৰ অঙ্গী-ভঙ্গীৰ অনুকৰণত আদিম মানৱেও প্ৰথমাৱস্থাত পৰিৱেশ পৰিস্থিতি নিৰূপক কেতবোৰ সংকেত বা ইঙ্গিতৰ ব্যৱহাৰ কৰিছিল।[৭১] ক্ৰমক্ৰমত, আদিম মানুহৰ বুদ্ধি বৃত্তিৰ ক্ৰমবিকাশৰ লগে লগে এই সংকেত বা ভাৱপ্ৰকাশক ইঙ্গিতবোৰৰো ক্ৰমবিকাশ ঘটে। হাত আৰু মুখৰ সাধাৰণ অঙ্গী-ভঙ্গীৰ সৈতে ওঠ আৰু জিভাৰ সঞ্চালনো সন্নিৱিষ্ট হোৱাৰ ফলস্বৰূপে প্ৰথমাৱস্থাত বিভিন্ন ধ্বনিসংকেতৰ সৃষ্টি আৰু তাৰ দ্বাৰা কালক্ৰমত ভাষাৰ উৎপত্তি হ'লগৈ। আলেকজেণ্ডাৰ জোহানচন, চাৰ ৰিচাৰ্ড পাগেট আদি এনেধৰণৰ ইঙ্গিতাত্মক সূত্ৰৰ (Gestural Theory) ৰ প্ৰবক্তা।

## ৪৬ সঙ্গীত সূত্ৰ (The Musical Theory)

মানৱমনৰ সূক্ষ্ম অনুভূতিৰ কলাত্মক প্ৰকাশ 'সঙ্গীত' ৰ পৰা ভাষাৰ সৃষ্টি হ'ব পাৰে। আদিম মানৱে প্ৰকৃতি জগতৰ বিবিধ চৰাই-চিৰিকতিৰ সুৰদী মাতৰ অনুকৰণত আপোন মনৰ আনন্দ মধুৰ ভাৱৰাশিৰ প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছিল। এনে চেষ্টাৰ ফলস্বৰূপ প্ৰথমে শব্দ-সমষ্টি আৰু তাৰপিছত ভাষাৰ সৃষ্টি হ'ল। আদিম মানৱৰ ভাষা কেনে ধৰণৰ আছিল সেযে বিষয়ে কোনো তথ্য পাতি বা সমল নোপোৱাত কেৱল তাৰ ধাৰণাহে কৰিব পাৰি। জেচপাৰছনে ভাৱে যে আদিম মানৱৰ ভাষাৰ শব্দসমূহৰ গঠন দিঘলীয়া ধৰণৰ (long words) আছিল আৰু এইবোৰত এক সাঙ্গীতিক বৈশিষ্ট্য ৰক্ষিত হৈছিল। উক্ত যুক্তিৰ সমৰ্থনত কোনোৱে মানৱহৃদয়ৰ মৌলিক ভাৱাবেগ (elemental passions)

৭১ Sir Richard paget

সেই সূত্ৰ সমূহৰ ভিতৰত :

i) অনুকৰনাত্মক সূত্ৰ ( The Bow-wow Theory )

ii) বিস্ময়ভাৱাভিব্যক্তি বাদ ( The Pooh Theory )

iii) ধ্বন্যাত্মক বাদ ( The Ding Dong Theory )

iv) পৰিহৰণ বাদ ( The Yo He-Ho Theory )

v) ইঙ্গিতাত্মক বাদ ( The Gestural Theory )

vi) সঙ্গীত সূত্ৰ ( Musical Theory )

vii) সংস্পৰ্শ বাদ ( Contact Theory )

viii) ক্ৰমবিকাশবাদ সূত্ৰ ( Theory of Evolution ) উল্লেখযোগ্য।

## ৪ ১ অনুকৰনাত্মক সূত্ৰ ( The Bow-wow Theory )

মানুহ স্বভাৱতেই অনুকৰন প্ৰিয়। নৈসৰ্গিক জগতখনত সৃষ্টিহোৱা বিভিন্ন প্ৰাকৃতিক শব্দৰাজি, পশু পক্ষী, জীৱ-জন্তুৰ স্বকীয়া স্বকীয়া বৈশিষ্ট্যৰ মাত আদিৰ অনুকৰণত আদিম মানৱে কেতবোৰ শব্দৰ সৃষ্টি কৰিছিল। জীৱ-জন্তুৰ মাতৰ স্বকীয়া বৈশিষ্টৰ অনুকৰনৰ ফল-স্বৰূপেই যেকুৰীক চীনা ভাষাত 'মিঅউ ( Miaou )' কুলিচৰাইক ইংৰাজী ভাষাত কুকু ( Cucko ) বোলা হয়।[৭০] অসমীয়াত কাউৰীৰ কা কা মাতৰ অনুকৰনত 'কা ( সক ল'ৰা ছোৱালীৰ ক্ষেত্ৰত ), কেঁচাৰ 'নিউ' 'নিঙঁ' মাতৰ অনুকৰনত 'নিযতী' ঝিলীৰ 'ঝি-ই-ই' মাতৰ অনুকৰনত 'ঝিলী আদি শব্দৰ সৃষ্টি কৰা হৈছে। জীৱ-জন্তুৰ মাত অনুসৰি সৃষ্টি কৰা এনেবোৰ শব্দ মানুহৰ অনুকৰনকাৰ্য (Imitation) ৰ ফলতেই সম্ভৱপৰ হৈছে। এনেধৰণৰ প্ৰাকৃতিক শব্দ বা জীৱ-জন্তুৰ মাতৰ অনুকৰণ তথা অনুশীলনৰ ফলস্বৰূপেই কালক্ৰমত ভাষাৰ সৃষ্টি হ'লগৈ বুলি মত পোষণ কৰা হয়।

---

৭০ গোস্বামী, উপেন্দ্ৰনাথ : ভাষাবিজ্ঞান পৃ° .০৬

## ৪২ বিস্ময়ভাৱাভিব্যক্তি বাদ ( The Pooh Pooh Theory )

মানুহৰ মনৰ আবেগ, উৎকণ্ঠা, শোক, দুখ, হৰ্ষ বিষাদ, আশ্চৰ্য, বিস্ময়, আদি ভাৱৰ প্ৰকাশ কৰিবলৈ মানুহে স্বাভাৱিক ভাৱেই মুখৰে কেতবোৰ শব্দ প্ৰকাশ কৰে। হৰ্ষ-আনন্দ জনিত মনৰ অৱস্থাত বাহ্‌-বাহ্‌, হা. হা. আদি শব্দ, মনৰ দুখ শোক জনিত অৱস্থাত ছি ছি, হায়-হায়, উস্‌-উস ধেৎ আদি শব্দ মানুহৰ মুখৰে স্বতঃস্ফূৰ্ত ভাৱে ওলাই আহে। এনেবোৰ শব্দৰ পৰাই কালক্ৰমত ভাষাৰ জন্ম হ'ল বুলি সিদ্ধান্ত কৰা হৈছে। ভাষাৰ উচ্চাৰণগত (Articulatory) বৈশিষ্ট্যৰ এক দিশ আছে। বিস্ময়ভাৱাভিব্যক্তিবাদ ৰ দ্বাৰা সৃষ্ট এই শব্দবোৰৰ অধিকাংশতে পিছে এই বৈশিষ্ট্য ৰক্ষিত হোৱা নাই। মেক্সমুলাৰে ( Maxmuller ) এই সূত্ৰক 'Pooh Pooh Theory' নাম দিছিল।

## ৪৩ ধ্বন্যাত্মকবাদ (The Ding Dong Theory)

নিসৰ্গ জগতত প্ৰাত্যাহিক এনে কেতবোৰ শব্দৰ সৃষ্টি হৈ থাকে, যিবোৰক অনুকৰণৰ দ্বাৰা উচ্চাৰণ কৰাৰ লগে লগে এক নিৰ্দিষ্ট অৰ্থ বোধগম্য হয়। জুৰি-নিজৰাৰ পানীৰ জিৰ জিৰ , খল্‌ খল্‌, কুৰু কুৰু কুলু কুলু শব্দ, গছৰ শুকান পাতৰ মৰ মৰ, খৰ খৰ, বৰষুণৰ কিন্‌ কিন, মৃদু বতাহৰ ৰিৰ ৰিৰ, ধাতৱ শব্দত আঘাত কৰাৰ ফলত সৃষ্টি হোৱা জন জন, টং টং, ঢং ঢং আদি শব্দই এক প্ৰকাৰৰ ধ্বনি প্ৰতীকৰ (Sound Symbol) সৃষ্টি কৰি তাৰ অৰ্থৰ আভাস দিয়ে। দৃষ্টিৰ গোচৰ হোৱা বস্তুৰ অনুকৰণত সৃষ্টি হোৱা ডিৰ ৰিৰ, জিক মিক, চিক মিক, জল জল, দগ মগ আদি শব্দয়ো বস্তুবোৰৰ স্বৰূপ সম্বন্ধে এক অৰ্থৰ আভাস মনলৈ আনে। পৃথিৱীৰ বিভিন্ন ভাষাত, এই শব্দবোৰ বিভিন্ন ধৰণৰ। এনেধৰণৰ শব্দবোৰৰ অনুকৰণ আৰু অনুশীলনৰ দ্বাৰা

মাজত হিব্রু ভাষাৰেই কথা বতৰা চলিছিল। বিচার্ড চেনেভিক্সএ[৬৫] ভাষা যে প্ৰকৃততেই ঈশ্বৰৰহে দান সেই কথা উল্লেখ কৰি থৈ গৈছে।

গ্ৰীক দাৰ্শনিক হেৰোডটাছে ইজিপ্তৰ ৰজা ছেমেটিকুছে জন সংশ্ৰৱ-হীন অৱস্থাত দুটা শিশুক প্ৰতিপালন কৰোৱাই, শিশু দুটাৰ ভাষা ক'ব পৰা ক্ষমতাৰ এক পৰীক্ষাকাৰ্য চলোৱাৰ কথা উল্লেখ কৰিছে। ছেমেটিকুছে চলোৱা পৰীক্ষাৰ পৰিনতিত শিশু দুটাই মাত্ৰ এটা শব্দহে উচ্চাৰণ (বেকোছ, যাৰ অৰ্থ কটী) কৰিব পৰাটো পৰিলক্ষিত হ'ল।[৬৬] মহামতি আকবৰেও এনে এক পৰীক্ষাকাৰ্য চলাইছিল বুলি শুনা যায় যাৰ পৰিনতিত শিশুকেইটা বোবা হৈ পৰিছিল।[৬৭] যদিহে ধৰ্মীয় বিশ্বাস আৰু জনশ্ৰুতি অনুসৰি ভাষা ঈশ্বৰৰ দান হ'লহেতেন তেতিয়াহ'লে উপৰোক্ত পৰীক্ষা দুটাৰ পৰিনতিত স্বাভাৱিক ভাৱেই শিশুকেইটাই ভাষা ক'ব পাৰিব লাগিছিল। ১৭৮৭ খৃ জাৰ্মান জীৱ-বিজ্ঞানী Tiedemann এ শিশুৰ ক্ৰমবিকাশৰ লগে লগে পৰিলক্ষিত হোৱা ভাষাসম্বন্ধীয় বিৱৰ্ত্তনৰ কেতবোৰ নিৰ্দেশাত্মক পৰিসংখ্যা প্ৰস্তুত কৰাৰ যত্ন কৰিছিল। মানৱৰ উৎপত্তি সন্দৰ্ভত ক্ৰমবিকাশৰ তত্ব আগবঢ়োৱা ডাৰউইনৰ তত্ত্বয়ো ভাষাসৃষ্টিৰ বিষয়ে প্ৰচলিত চিন্তা-চৰ্চাৰ ক্ষেত্ৰত নতুন আশাৰ বেঙনি আনিছিল। Taine আৰু জাৰ্মান চিকিৎসক Preyer এ (১৮৮২) শিশুৰ ভাষা সম্পৰ্কে এলানি অধ্যয়ণ চলাইছিল। ক্ৰমবিকাশবাদত বিশ্বাসী জীৱবিজ্ঞানী Sully (১৮৯৩) এ শিশুৰ ভাষা সম্পৰ্কে অধ্যয়ণ চলাই আগবঢ়োৱা মন্তব্য আছিল এনেধৰণৰ . The child exhibits man in his kinship to the lower sentient world which enables the psychologists to link

---

৬৫ On the Study of words পৃ ১৪ ১৫

৬৬. চাংকোলা, বাবুৰাম সামান্য ভাষাবিজ্ঞান পৃ° ১৩

৬৭ গোস্বামী, উপেন্দ্ৰ নাথ • ভাষাবিজ্ঞান, পৃঃ ১০৬

the unfolding of an infant's mind with something which has gone before with the mental history of the race The child's mind is not so perfactly simple, so absolute primitive as it at first appears [৬৮] ল'কে ( Locke ) এই প্রসংগত স্বতঃ প্রনোদিত ধাবনাব কথা উল্লেখ কবিছে। গঠনাত্মক বা সংগঠনাত্মক ভাষা বিজ্ঞানব প্রবক্তা ( Structural Linguistics ) নোৱাম চমস্কিয়ে [৬৯] ( Noam chomsky ) ব্যক্তবানীব অন্তবালত নিহিত হৈ থকা বৈয়াকবনিক নীতি নিয়মবোব শিশুৱে ক্রমভাবে আয়ত্ব কবিব পবা গুনটোলৈ লক্ষ্য কবি, শিশুৱে ভাষাসম্বন্ধীয় ক্ষেত্রবোব গাঠনিক ধাবনা জন্মতেই লাভ কবি আহে বুলি এক ধাবনা কবিছে। শিশুব স্বত'প্রনোদিত আচবণব এই ধাবনা অ পবীক্ষিত। সকলো জ্ঞানেই পবীক্ষালব্ধ সত্যব ওপবতহে প্রতিষ্ঠিত হোৱা উচিত আক এই হেতু-কেই 'স্বত প্রানাদিত আচবনব শিশুসম্বন্ধীয় এই ধাবনা সকলোৱে গ্রহনযোগ্য নহয়। জে, ডি, হার্ডাব ( ১৭৪৪—১৮০৩ ) নামব এগবাকী পণ্ডিতে, তেওঁব এক বচনাত [৭০] ভাষা যে ভগৱানব দান নহয় তাক পোন প্রথমে প্রতিপাদিত কবাব চেষ্টা কবে। অটো জেচ্পাবছন ( ১৯২২ ) নামব ডেনিচ প্রবক্তাজনে সঙ্গীত সুত্র ( Musical Theory ) ব সহায়ত ভাষাব উৎপত্তি সম্পর্কে প্রচলিত হৈ থকা দৈৱিক সুত্র বা মতবাদ খণ্ডন কবে। প্রকৃতার্থত, ভাষা মানুহব অনুকবণ আক অনুশীলনব ফলশ্রুতিত সৃষ্ট এক বিষয়, যাব লগত মানুহব মনব ভাবব বিকাশ আক ইচ্ছাশক্তিব প্রশ্নটোও জড়িত হৈ আছে। ভাষাব উৎপত্তি সম্পর্কে সাম্প্রতিক কাললৈকে কেইবাটাও সুত্র আবিষ্কৃত হৈছে।

---

৬৮ Lyons John New Horizons of Linguistics P 244

৬৯ Children are born with a Knowledge of the formal Principles which determine the grammatical structure of the language ' —Noam Chomsky.

প্ৰকাশক গীত-মাত সমূহ, বিশেষকৈ 'প্ৰেমগীতি' সমূহলৈ আঙুলিয়াব খোজে।

## ৪.৭ সংস্পৰ্শবাদ ( The Contact Theory )

ব্যক্তিগত প্ৰয়োজনবোধৰ কাৰণে এজন মানুহে আন এজন মানুহৰ সংস্পৰ্শলৈ ( Contact ) আহিব খোজে। কোনো বিপদৰ আগজাননী অথবা নিতান্তই ব্যক্তিগত প্ৰয়োজনত ( Mating calls ) পাৰস্পৰিক সান্নিধ্য কামনা কৰাৰ ফলস্বৰূপে প্ৰথমাৱস্থাত ধ্বনিৰ সৃষ্টি আৰু তাৰ দ্বাৰাই কালক্ৰমত ভাষাৰ সৃষ্টি হ'লগৈ। আদিম মানৱৰ পাৰস্পৰিক সংস্পৰ্শ বা সান্নিধ্যৰ ফলতেই ভাষাৰ সৃষ্টি হৈছে—এনে মত প্ৰথমে আগবঢ়াইছিল G Revesz নামৰ এগৰাকী মনস্তত্ত্ববিদে। Revesz ৰ ধাৰণা আদিম মানুহৰ ভাষা প্ৰথমাৱস্থাত আদেশসূচক কেতবোৰ শব্দ আছিল, পৰৱৰ্তী অৱস্থাত ই যথাক্ৰমে বৰ্ণনাত্মক সাৱধান সূচক আৰু প্ৰশ্নবোধক এনে'কইটামান স্তৰ অতিক্ৰম কৰিব লগীয়া হৈছিল।

আদিম মানৱে ভয়, শোক, খ আনন্দ-উল্লাস আদি প্ৰকাশ কৰিবৰ কাৰণে বনৰীয়া জীৱ-জন্তুৰ দৰেই কেতবোৰ ধ্বনিৰ সৃষ্টি কৰিছিল। তাৰ পিছত বন্য জীৱ-জন্তুৰ মাত বা সংকেতবোৰ অনুকৰণ কৰিবলৈ শিকিছিল। পৰৱৰ্তী কালত চকুৰে দেখা বস্তুবোৰ আৰু কাৰ্যৰ নাম প্ৰকাশ কৰিবলৈ শিকিলে আৰু এনেদৰেই কালক্ৰমত চকুৰে নেদেখা অমূৰ্ত ৰূপৰ ভাৱবো প্ৰকাশ কৰিবলৈ সক্ষম হ'লগৈ।

## ৪.৮. ক্ৰমবিকাশ সূত্ৰ ( The Evolution Theory )

পৃথিৱীত বাস কৰা সকলো মানুহেই হ'ম চেপিয়ানছ ( Homo sapiens ) প্ৰজাতিৰ অন্তৰ্ভুক্ত। মধ্যপ্ৰাচ্য, এচিয়াৰ কেন্দ্ৰস্থল আৰু ইউৰোপত চলোৱা এলানি পৰীক্ষাৰ দ্বাৰা অন্য এটা প্ৰজাতি হ'ম, নিয়েণ্ডাৰঠাল ( Homo Neanderthalensis ) ৰ অস্তিত্বৰ উমান পোৱা

গৈছে। দৈহিক অৱয়ৱৰ দিশৰ পৰা মূৱো প্ৰজাতিৰ ক্ষেত্ৰবোৰ বিশেষ বিশেষ পাৰ্থক্য আছিল। প্লেইষ্টোচেন ( Pleistocene period ) যুগ তথা বৃহৎ তুষাৰ যুগৰ পৰৱৰ্ত্তী কালছোৱাত আদিম মানৱৰ প্ৰাচীন-প্ৰস্তৰ যুগ-সংস্কৃতিয়ে পাতনি মেলিছিল। শক্তিৰ উৎস হিচাপে জুইৰ ব্যৱহাৰ কৰিবলৈ এইখিনি সময়তে মানুহে শিকিছিল। হাতীদাঁত, অস্থিনির্মিত অস্ত্ৰ-শস্ত্ৰ আৰু ব্যৱহাৰ্য সামগ্ৰীৰ আৱিষ্কাৰে বস্তুতান্ত্ৰিক এক মানৱ সংস্কৃতিৰ সৃষ্টি কৰিছিল। এইখিনি সময়ৰ পৰা ব্ৰঞ্জ যুগলৈকে ( Bronze age ) কোনো ধৰণৰ লিখিত নিদৰ্শন নোপোৱাৰ ফলস্বৰূপে ভাষাবিজ্ঞানী সকলেই স্বাভাৱিকতেই নৃতাত্বিক পুৰাতত্ববিদ আৰু সমাজ-বিজ্ঞানী সকলৰ সহায় ল'বলগীয়া হৈছে। Homo Sapiens সকলবো পূৰ্বে Hominidae নামৰ এক প্ৰজাতিৰ অস্তিত্ব সম্প্ৰতি স্বীকাৰ কৰা হৈছে। এই Hominidae বোৰৰ ভাৱ বিনিময়ৰ পদ্ধতি সম্পূৰ্ণৰূপে জীৱ-জন্তুৰ চীৎকাৰ বা চিঞৰৰ দৰে আছিল। এওঁলোকৰ ভাৱবিনিময়ৰ পদ্ধতি আছিল সীমিত ৰূপৰ ( Closed )। মানুহৰ ভাষাত পৰিলক্ষিত হোৱা ধ্বনি আৰু ৰূপতাত্বিকতাৰ দ্বৈত ৰূপ ( Duality ), যাদৃচ্ছিকতা, উৎপাদনশীলতা ( Productivity ), পাৰস্পৰিক পৰিবৰ্তন যোগ্যতা আৰু অসীম মুক্ত ( Openness ) ৰূপৰ বৈশিষ্ট্য Hominidae গোটৰ ভাববিনিময়ৰ পদ্ধতিত পৰিলক্ষিত হোৱা নাছিল। প্ৰাচীন কালৰ কোনো এসময়ত বন্য হমিনইডে আহাৰৰ সন্ধানত যাওঁতে কেতিয়াবা আহাৰৰ সন্ধান পোৱাৰ লগে লগে বিপদৰ উমানো, একেসময়তে হয়তো পাইছিল।[৭২] লগৰ অন্য হমিনইডক খাদ্যবস্তুৰ সন্তেদৰ সংকেত চীৎকাৰৰ জৰিয়তে দিবলৈ ধৰাৰ ঠিক একে-সময়তে বিপদৰ সংকেতো অতি জৰুৰীভাৱে দিব লগীয়া হোৱাত i) খাদ্যবস্তুৰ সংকেত সূচক চীৎকাৰৰ একাংশ আৰু ii) বিপদৰ

---

৭২ Hockett Charles F A course in Modern Linguistics

সংকেত সূচক চীৎকাৰৰ একাংশৰ মিশ্ৰণ ঘটি অন্য এক নতুন সংকেতৰ সৃষ্টি হৈছিল। কোনো এটা শব্দৰ এটা অংশ আৰু আন এটা শব্দৰ এটা অংশৰ সংমিশ্ৰণ ঘটি সম্পূৰ্ণ নতুন ৰূপৰ এটা শব্দৰ সৃষ্টি হোৱা প্ৰথাক ভাষাবিজ্ঞানৰ দৃষ্টিত মিশ্ৰণ ( Blend ) বোলা হয়। যেনে নম্ৰ+কোমল=নোমল। এনেধৰণৰ পৃথক পৃথক সংকেতৰ বিভিন্ন পৰিস্থিতিৰ প্ৰয়োজনত স্বতঃস্ফূৰ্তভাৱে মিশ্ৰণ ঘটাৰ ফলত হমিনইডৰ সীমিত চীৎকাৰ ধ্বনিৰ সংখ্যা ক্ৰমাগতভাৱে বাঢ়ি গৈছিল। সীমিত ৰূপৰ চীৎকাৰ ধ্বনিৰ সংখ্যা মিশ্ৰণৰ জৰিয়তে বৰ্ধিত হোৱাৰ লগে লগে হমিনইডৰ ভাষাই অসীম ৰূপৰ ( Unlimited ) ধ্বনিসংকেত ধৰি ভাষাসৃষ্টিৰ জগতত ভৰি দিলে। আবদ্ধ ৰূপৰ পৰা মুক্তৰূপৰ সৃষ্টি কৌশল আয়ত্ব কৰি লোৱা প্ৰাক্-ভাষাৰ স্তৰৰ পৰা ক্ৰমান্বয়ে সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে মানুহৰ ভাব বিনিময়ৰ প্ৰকৃত মাধ্যম "ভাষাৰ" উৎপত্তি হ'ল। হমিনইডৰ চীৎকাৰ ধ্বনি বা চিঞৰৰ পৰিবৰ্ত্তন ঘটোৱা হৈছিল চিঞৰৰ গভীৰতা, সুৰ আৰু দৈৰ্ঘ্যৰ জৰিয়তে, যিটো বৈশিষ্ট্য আধুনিক কালৰ মানৱ আয়ত্বাধীন ভাষাৰ ক্ষেত্ৰতো দেখিবলৈ পোৱা যায়।

৪ ৯ কোনো কোনো ভাষাবিজ্ঞানীয়ে ধাৰণা কৰিছে যে জীৱ-জন্তুৰ মাত, প্ৰকৃতি জগতৰ নানানটা নৈসৰ্গিক শব্দ 'খেমালিৰ ছলেৰে' অনুকৰণ কৰিবলৈ লোৱাৰ ফল স্বৰূপেই ভাষাৰ সৃষ্টি হৈছে। কোনোৱে ভাষা সৃষ্টিৰ অন্তৰালত থকা প্ৰণালীক সৰু সৰু ল'ৰা-ছোৱালীয়ে ভাষা শিকোতে কৰা আচৰণ তথা ভাষাশিকা প্ৰণালীৰ সৈতে বিজাই চাইছে। সৰু ল'ৰা ছোৱালীয়ে, সিহঁতে শুনিবলৈ পোৱা ধ্বনি সমূহৰ প্ৰথমে অনুকৰণ কৰি কেতবোৰ ধ্বনিৰ সৃষ্টি কৰিবলৈ যত্ন কৰে, যিটোক আমি 'কলকলোৱা' বুলি কওঁ। পৰৱৰ্তী স্তৰত, শিশুৰ শাৰীৰিক গঠনৰ সৈতে সম্পৰ্কিত বাগযন্ত্ৰৰ বিকাশৰ লগে লগে কেতবোৰ সহজে উচ্চাৰণ কৰিব পৰা ধ্বনি উচ্চাৰণ কৰাৰ প্ৰযত্ন, শিশুৱে

কৰে। ব্যঞ্জন ওষ্ঠ্য ধ্বনি ( Bi-labial sound ) 'ম', 'প', 'ব', দন্ত-মূলীয় ধ্বনি ( Alveolar sound ) 'ত', 'দ', দন্তমূলীয় নাসিক্য ধ্বনি 'ন', আৰু কেন্দ্ৰীয় নিম্ন স্বৰ 'আ' সন্মুখ উচ্চ-মিম্ন মধ্যস্বৰ 'এ' ৰ উচ্চাৰণ শিশুৰ কাৰণে অন্যান্য ধ্বনিবোৰতকৈ সহজ, কম আয়াসলব্ধ। তৎপৰৱৰ্তী স্তৰত, শিশুৱে সান্নিধ্যত থকা লোকৰ পৰা প্ৰথমে জৰিয়তে স্থূল, মূৰ্ত্ত বস্তুবোৰৰ নাম জনাৰ আগ্ৰহ কৰে। বুজন হোৱাৰ লগে লগে শিশুৰ মন বুদ্ধি কল্পনা তথা শাৰীৰিক বিকাশৰ ফলত অমূৰ্ত্ত ( Abstract ) ৰূপৰ ভাব প্ৰকাশ কৰিব পৰা হয়গৈ। একেসময়তে, ধ্বনিৰ সৃষ্টি আৰু ৰূপসৃষ্টিৰ দ্বাৰা অসীম ৰূপত বাক্যসৃষ্টিৰ অৰ্হতাও শিশুৱে আয়ত্ব কৰে। শিশুৱে ভাষাশিকাৰ এই কৌশলৰ সৈতে ভাষা-বিজ্ঞানীসকলে আদিম মানৱে ভাষা কেনেকৈ সৃষ্টি কৰিলে, তাৰ কৌশলক সমদৃষ্টিৰে চোৱাটোত কিছু অসুবিধা নথকা নহয়। কিয়নো, শিশুৱে পূৰ্বপুৰুষৰ পৰা এটা সম্পূৰ্ণ বিকশিত ভাষাহে শিকে। আদিম মানৱৰ ক্ষেত্ৰত পূৰ্ববিকশিত ভাষা এটাৰ অস্তিত্ব স্বীকাৰ কৰিব পৰা নাযায়।

ওপৰোক্ত ভাষাসৃষ্টি ( The Genesis of Language ) সম্পৰ্কীয় সূত্ৰ সমূহৰ দ্বাৰা কেতিয়া, কোন সময়ত আৰু কোন স্থানত প্ৰথমে ভাষাৰ সৃষ্টি হৈছিল তাৰ সঠিক প্ৰমান বা উত্তৰ পাব নোৱাৰি। শিশুৰ ভাষা শিক্ষা পদ্ধতি, ইতৰ জগতৰ উচ্চ-স্তৰীয় জীৱ চিম্পাঞ্জী আদিৰ, বুদ্ধি-বৃত্তি, আচাৰ-আচৰণ, মানৱ সমাজৰ প্ৰাক-স্তৰৰ ভাষাৰ সম্ভাব্য ৰূপ আদিৰ কথা সেয়েহে চাক্ষুস নিদৰ্শন আৰু আনুমানিক সিদ্ধান্ত হিচাপে আলোচনা কৰা হৈছে।

## ৫ ভাষাৰ আন আন ৰূপ ( Language Variations )

### ৫১ কথিত ভাষা

মানুহে পৰস্পৰৰ মাজত মনৰ ভাব বিনিময়ৰ অৰ্থে কেতবোৰ ধ্বনিসমষ্টিৰ প্ৰণালীবদ্ধ প্ৰয়োগ কৰে। এই ধ্বনিসমষ্টিয়া কেতবোৰৰ

আক কি অৰ্থ প্ৰকাশ কৰিব সেয়া পৰম্পৰাগতভাৱে পূৰ্বনিৰ্ধাৰিত হৈ থাকে। মানুহে, ভাববিনিময়ৰ অৰ্থে প্ৰণালীবদ্ধভাৱে উচ্চাৰণ কৰা মৌখিক ধ্বনিৰ সমষ্টিয়ে হৈছে মৌখিক বা কথিত ভাষা। দৈনন্দিন জীৱনৰ কাজ-কৰ্ম সম্পাদনত কথিত ভাষাৰ স্থান অতি গুৰুত্বপূৰ্ণ। কথিত ভাষা সৃষ্টি আৰু তাৰ প্ৰয়োগ উভয়তে বক্তা আৰু শ্ৰোতাৰ প্ৰয়োজন হয়। ইয়াক প্ৰেৰক ( Source of sound or sender ) আৰু গ্ৰাহক ( Receiver ) শব্দৰেও বুজাব পৰা যায়। মানুহৰ মগজুত উৎপন্ন হোৱা ভাৱ, পৰিস্থিতিজড়িত উদ্দীপনাৰ ফলত, বাগ-যন্ত্ৰৰ দ্বাৰা উচ্চাৰিত কেতবোৰ ধ্বনি সমষ্টিলৈ পৰিবৰ্ত্তিত হয়। এই ধ্বনি সমষ্টিয়ে বায়ুমণ্ডলত ঢৌৰ সৃষ্টি কৰে। পানীত এটা শিলগুটি দলিয়াই দিলে যিদৰে ঢৌৰ সৃষ্টি হৈ ক্ৰমশ তাৰ চতুৰ্দিশে বিয়পি যায়, সেইদৰে বায়ুমণ্ডলতো ধ্বনিসমষ্টিয়ে সৃষ্টি কৰা ঢৌ তাৰ চৌপাশে বিয়পি যায়। সৃষ্টি হোৱা শব্দবোৰৰ তীব্ৰতাৰ পৰিমাণ [৭৩] যেতিয়া ২০ ডেচিবেলতকৈ ওপৰত হয় তেতিয়া ঢৌ বোৰ মানুহৰ শ্ৰৱণেন্দ্ৰিয়

---

৭৩ কিছুমান শব্দৰ তীব্ৰতাৰ পৰিমাণ

| শব্দৰ স্বৰূপ | একক ডেচিবেল |
| --- | --- |
| i) মজিয়াত পিন পৰিলে | ২ |
| ii) ফুচফুচাই কথা পাতিলে | ১৫—২০ |
| iii) লঘু স্বৰত ৰেডিঅ' বজালে | ৩৫—৪০ |
| iv) লঘু যান-বাহনৰ শব্দ | ৩৫—৪০ |
| v) এলাৰ্ম ঘড়ীৰ শব্দ | ৭০—৮০ |
| vi) বাজহুৱা সভাস্থলীৰ শব্দ | ৮৫—৯০ |
| vii) গধুৰ ট্ৰাকৰ শব্দ | ৯০—৯৫ |
| viii) মটৰ চাইকেলৰ শব্দ | —৯০ |
| ix) জাইৰেনৰ শব্দ | —১২০ |

কাণৰ বহিৰ্ভাগেৰে সোমাই, কাণৰ পৰ্দাখনত পৰেগৈ। পৰ্দাখনত এক প্ৰকাৰৰ কম্পনৰ সৃষ্টি হয়। এই কম্পন কাণৰ মাজভাগত থকা তিনিডাল সূক্ষ্ম অস্থিৰ মাজেৰে অন্তঃকৰ্ণ পায়গৈ। অন্তঃকৰ্ণত ধ্বনি-সমষ্টিয়ে বা শব্দই সৃষ্টি কৰা শক্তি বিদ্যুৎশক্তি লৈ ৰূপান্তৰিত হয়। বিদ্যুৎ শক্তি স্নায়ুৰ জৰিয়তে মগজু পায়গৈ। আৰু তেতিয়াই আমি শুনো। শুনোতাজন বা গ্ৰাহকজনৰ ( Receiver ) মগজুত ধ্বনিসমষ্টিয়ে সৃষ্টি কৰা শক্তি গৈ পোৱাৰ লগে লগে সি কেইবাবোৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। এই প্ৰতিক্ৰিয়া আকৌ মুখেৰে ধ্বনিসমষ্টিৰ আকাৰত ওলাই আহে। H A Gleason এ, প্ৰেৰকে ( Sender ) বা বক্তাই মনৰ ভাৱক ধ্বনিলৈ ৰূপান্তৰিত কৰা প্ৰক্ৰিয়াক বাণীবদ্ধকৰণ ( Encoding ) আৰু শ্ৰোতা বা গ্ৰাহকে ( Receiver ) সংগ্ৰহ কৰা ধ্বনিক পুনৰ ভাৱলৈ ৰূপান্তৰিত কৰা প্ৰক্ৰিয়াক বাণীউদ্ধাৰকৰণ ( Decoding ) বুলি উল্লেখ কৰিছে। বক্তা আৰু শ্ৰোতাৰ বাণীবদ্ধকৰণ আৰু বাণীউদ্ধাৰ-কৰণ কাৰ্য দুয়োটাই পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। এই বিপৰীতমুখী প্ৰক্ৰিয়াত বাণীউদ্ধাৰকৰোঁতা গ্ৰাহক জন ( Decoder ) বাণীবদ্ধকৰোঁ-তালৈ ( Encoder ) পৰিবৰ্তিত হয়। বক্তা আৰু শ্ৰোতাৰ পৰস্পৰ নিৰ্ভৰশীল এই বিপৰীত মুখী প্ৰক্ৰিয়াতে ভাষাৰ সৃষ্টি হয়। কথিত ভাষাৰ ক্ষেত্ৰত পাৰস্পৰিক বোধগম্যতাৰ ( Mutual Intelligibility ) অতীৱ প্ৰয়োজন। বক্তাজনে কোৱা ভাষাটো শ্ৰোতাজনে হৃদয়ঙ্গম কৰিব পাৰিব লাগিব। বক্তাই উচ্চাৰণ কৰা ধ্বনি সমষ্টি বোধগম্য হ'লেহে শ্ৰোতাজন দ্বিতীয়বাৰত বক্তালৈ ( Encoder ) পৰিবৰ্তিত হ'ব। কথিত ভাষা স্থায়ীৰূপৰ নহয় অৰ্থাৎ ইয়াৰ প্ৰয়োগ তাৎক্ষণিকহে। ভাষা কৈ থকা কাৰ্য এক নিৰ্দিষ্ট সময়, নিৰ্দিষ্ট স্থান আৰু বক্তা-শ্ৰোতাৰ স্থানিক সমীপতাৰ ওপৰতহে নিৰ্ভৰ কৰে। বক্তা আৰু শ্ৰোতাৰ মনতৰ

প্ৰশ্নও অ-প্ৰাসঙ্গিক নহয়। উভয়ৰে সহযোগিতাত অৰ্থৱহ অসীম[৭৪] সংখ্যক ধ্বনিৰ সৃষ্টি হ'ব পাৰে। ভাষাত ব্যৱহৃত ধ্বনি, ধ্বনিসমষ্টি আৰু বাক্য, উচ্চাৰণ কৰোঁতে তাত নিহিত হৈ থকা শ্বাসাঘাত, সুৰলহৰ ( Intonation ), দৈৰ্ঘ্য আদিৰ প্ৰকৃত স্বৰূপ কথিত ভাষাতহে পৰিলক্ষিত হয়। কথা কওঁতে বক্তা শ্ৰোতাই কৰা বিভিন্ন অঙ্গী-ভঙ্গী, বিভিন্ন উদাত্ত অনুদাত্ত স্বৰৰ প্ৰয়োগ লক্ষণ কথিত ভাষাত লক্ষ্য কৰা যায় যিটো ভাষাৰ লিখিত ৰূপত অনুভৱ কৰা নাযায়। ব্যাকৰণৰ কঠোৰ অনুশাসনৰ পৰা কথিত ভাষা বহুক্ষেত্ৰত মুক্ত। ই সঘন পৰিবৰ্তন-শীল আৰু ব্যাকৰণৰ নীতি নিয়মৰে বন্ধা লিখিত ভাষাতকৈ ই বহুক্ষেত্ৰত আগবঢ়া। কথিত ভাষাৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা বৈয়াকৰণিক অনুশাসনহীনতা আৰু সঘন পৰিবৰ্তন শীলতাৰ বৈশিষ্ট্য সংস্কৃত আৰু লৌকিক সংস্কৃত ভাষাৰ সময়ানুক্ৰমিক বিবৰ্তনলৈ লক্ষ্য কৰিলে সহজেই অনুধাৱন কৰিব পাৰি। কথিত ভাষাত হোৱা পৰিবৰ্তনৰ প্ৰভাৱ ভাষাটোৰ লিখিত ৰূপৰ ওপৰতো পৰে। বিভক্তিহীন আৰু শব্দৰ ভুল প্ৰয়োগ, সাম্প্ৰতিক কালৰ অসমীয়া কথিত ভাষাত বাঢ়িছে

৭৪ অসীমৰ বাবে '∞' চিনৰ ব্যৱহাৰ কৰা হয়। পৃথিৱীত থকা বালিৰ কণিকা আকাশত থকা তৰা, পৃথিৱীৰ সকলো গছৰ পাতৰ সংখ্যা কিমান বুলি সুধিলে তাৰ উত্তৰ অসীম, অনন্ত বুলি দি অহা হয়। প্ৰকৃততে এইবোৰ অসীম নহয়। পৃথিৱীত থকা বালিৰ কণিকা গননা কৰি উলিয়াব নোৱাৰা নহয়। বিজ্ঞানী সকলৰ মতে, সমগ্ৰ পৃথিৱীখন কেৱল বালিৰ কণিকাৰেই গঠিত বুলি ধৰি ল'লেও সি $১০^{৩২}$ তকৈ অধিক নহ'লহেতেন। দৈনন্দিন জীৱনত, বৃহৎ সংখ্যাবোৰ সততেই সকলোৱে এৰাই চলিবলৈ চেষ্টা কৰে আৰু সেয়ে বৃহৎ সংখ্যাৰ সন্মুখীন হ'লে তাক অসীম বুলি ভুল কৰে। পৰ্যাপ্ত সময় আৰু পৰ্যাপ্ত সংখ্যক মানুহ পালে ওপৰোল্লিখিত গছৰ পাতৰ সংখ্যা, পৃথিৱীত থকা সাপৰ সংখ্যা গণি উলিওৱাটো একো অসম্ভৱ নহয়। কোনোৱে কয় "অসীম" মৰুভূমিৰ দিগন্ত অথবা মৰিচীকাৰ দৰে। ইয়াৰ অস্তিত্ব অনুভৱ হয় কিন্তু কেতিয়াও চুকি পোৱা নাযায়। অসীম নিৰ্দিষ্ট সংখ্যা নহয়। আমি কল্পনা কৰিব পৰা বৃহত্তম সংখ্যা-বোৰতকৈ ই ডাঙৰ। ( 'Tell me what' গ্ৰন্থৰ পৰা )

বুলি অসমীয়া ভাষাৰ অভিজ্ঞ, বয়োজ্যেষ্ঠ লোক সকলে সততেই ব্যঙ্গোক্তি কৰা দেখা যায়। উদাহৰণ স্বৰূপে, (i) সি ডিব্ৰুগড় গৈছে (ii) মই বিয়া মাতিব গৈছিল (iii) দিপত্তই চাহ বনাইছে (শুদ্ধৰূপঃ চাহ কৰিছে) ইত্যাদি। কথিত ভাষাত নতুন পীঢ়ী (Generation) যে ব্যৱহাৰ কৰি অহা আৰু পুৰণি পীঢ়ীয়ে অভিযোগ কৰা 'বিভক্তিহীন' 'ভুল প্ৰয়োগ' জনিত শব্দবোৰ বা ৰূপবোৰ সাম্প্ৰতিক কালৰ কাব্যত আলোচনীতো তেনেদৰেই ব্যৱহৃত হোৱা দেখা গৈছে। এনেদৰেই, কথিত ভাষাত ব্যৱহাৰ কৰি অহা ৰূপবোৰ সময় পৰিবৰ্তনৰ লগে লগে লিখিত ভাষাত সোমাই পৰে। সেইদিশৰ পৰা চালে, কথিত ভাষা লিখিত ভাষাতকৈ সদায় আগবঢ়া। লেখন পদ্ধতিৰ কোনো কৌশল অৱলম্বন নকৰা, অথচ অলিখিত সাহিত্যৰ দিশত চহকী ভালেমান কথিত ৰূপৰ ভাষা পৃথিৱীত এতিয়াও প্ৰচলিত হৈ আছে।

## ৫ ২ লিখিত ভাষা

মানুহৰ পাৰস্পৰিক ভাব-বিনিময়ৰ মাধ্যম হিচাপে প্ৰচলিত হৈ অহা কথিত ৰূপৰ ভাষাই কালক্ৰমত 'লেখন পদ্ধতি' আয়ত্ব কৰি ল'লে। মানুহে আয়ত্ব কৰা লেখন পদ্ধতিৰ দ্বাৰা মানুহৰ মনৰ ভাব কল্পনাক স্থায়ীৰূপ দিব পৰা হ'ল। লেখন ব্যৱস্থাৰ আৱিষ্কাৰে কথিত ভাষাৰ অদৃশ্য ৰূপৰ ঠাইত ভাষাক দৃশ্যমান তথা চাক্ষুস কৰি তুলিলে। এই দৃশ্যমান স্থায়ী তথা চাক্ষুস ৰূপেই হৈছে ভাষাৰ লিখিত ৰূপ। ভাষাৰ লিখিত ৰূপ সঘন পৰিবৰ্ত্তনশীল নহয়। কোনো এটা ভাষাৰ, কোনো এক সময়ৰ লিখিত ৰূপত ভাষাৰ সেই সময়ৰ হুবহু ৰূপটো ফুটি উঠে। লিখিত ভাষা কথিত ভাষাৰ দৰে গতিশীল আৰু জীৱন্ত নহয়। কথিত ভাষাৰ ক্ষেত্ৰত, প্ৰেৰক (Sender) আৰু গ্ৰাহক (Receiver)ৰ নিকট স্থানীয়ৰ আৰু সময় নিৰ্দিষ্টতাৰ বিষয় জড়িত

হৈ থকাৰ দৰে লিখিত ভাষাত প্ৰেৰক গ্ৰাহকৰ বিষয় জড়িত হৈ থকা নাই। মনত সৃষ্টি হোৱা ভাব-কল্পনাক, কোনো নিৰ্দিষ্ট লেখন ব্যৱস্থাৰ প্ৰণালীবদ্ধ অৱলম্বনৰ দ্বাৰা, লিখিত ৰূপ দিয়া কাৰ্য লেখোতা-জনে, একাকী ৰূপেই কৰিব পাৰে। ভাষা সৃষ্টিৰ ক্ষেত্ৰত জড়িত হৈ থকা উদ্দীপনা আৰু প্ৰতিক্ৰিয়া—এই উভয় কাৰ্য এজন ব্যক্তিৰ ক্ষেত্ৰতেই কাৰ্যকৰ হয়। এইখিনিতে শ্ৰুতলিপি আৰু যান্ত্ৰিক ভাষাৰ কথা আহি পৰে। শ্ৰুতলিপি ( Dictation ) লওঁতাজনে শ্ৰৱণেন্দ্ৰিয়ৰ দ্বাৰা উচ্চাৰিত ধ্বনিসমষ্টি অনুধাৱন কৰি তৎসৃষ্ট প্ৰতিক্ৰিয়া লিখিত ৰূপত প্ৰকাশ কৰে। টেলিপ্ৰিণ্টাৰৰ দৰে বাৰ্তাবাহক যন্ত্ৰবোৰে কোনো এক নিৰ্দ্দিষ্ট কেন্দ্ৰৰ পৰা প্ৰেৰণ কৰা সংকেতবোৰক লিখিত ৰূপত প্ৰস্তুত কৰি উলিয়াই। মনকৰিব লগীয়া কথা এয়ে যে, লিখিত ভাষা ব্যাকৰণৰ নীতি-নিয়ম আভিধানিক নিয়ম শৃঙ্খলাৰ দ্বাৰা আবদ্ধ। ভাষাৰ মাৰ্জিত ৰূপটোহে লিখিত ভাষাত ৰক্ষিত হয়। কথিত ভাষাত ব্যৱহৃত সুৰ, স্বৰদৈৰ্ঘ্য, শ্বাসাঘাত, হ্ৰস্ব দীৰ্ঘ উচ্চাৰণৰ বৈশিষ্ট্য লিখিত ভাষাৰ পৰা অনুধাৱন কৰিব পৰা নাযায়। ভাষাৰ লিখিত ৰূপে কোনো এটা ভাষাৰ স্থায়ী ৰূপটো বহন কৰে।

লিখিত ৰূপৰ ভাষাৰ আগলৈকে, পৃথিৱীৰ প্ৰায়বোৰ প্ৰচলিত ভাষাই কথিত ৰূপত প্ৰৱৰ্ত্তিত হৈ আছিল। প্ৰকৃততে, ইতিহাসৰ কোন সময়ৰ পৰানো ভাষাৰ লিখিত ৰূপ ব্যৱহৃত হৈছিল তাক সঠিক জানিব পৰা নাযায়। পৃথিৱীৰ আটাইবোৰ ভাষাৰ ভিতৰত কেৱল সুমেৰীয় ভাষাৰহে লিখিত ৰূপৰ নিদৰ্শন পোৱা গৈছে। এই নিদৰ্শন খৃষ্ট জন্মৰ চাৰিহেজাৰ বছৰৰ আগৰ। মানৱ সভ্যতাৰ বিকাশ ইয়াৰো বহু আগেয়েই হৈছিল। পৃথিৱীৰ প্ৰায়বোৰ প্ৰাচীন ভাষাৰে লিখিত ৰূপৰ সৃষ্টি খৃঃ পূঃ ১০,০০০ ৰ পৰা খৃ. পূঃ ৪০০০ বছৰৰ ভিতৰত হৈছিল বুলি অনুমান কৰিব পৰা যায়। যিকিনহওক, এইটো সহজেই অনুমেয় যে, ভাৱবিনিময়ৰ

কাৰণে ব্যৱহাৰ কৰা দৈনন্দিন কথ্যভাষাটোক এক অপৰিবৰ্তনীয়, সংৰক্ষণশীল, স্থায়ীৰূপ দিয়াৰ উদ্দেশ্যেৰেই অতীতৰ কোনো এসময়ত ভাষাৰ লেখন পদ্ধতিৰ আৱিষ্কাৰ কৰা হৈছিল। সম্ভৱতঃ মানুহে দেখা কোনো বস্তু বা দৃশ্যৰ অনুকৃতি বোৰৰ পৰাই পোন প্ৰথমে ভাষাৰ লিখিত ৰূপ সৃষ্টিৰ মূল সম্বল 'লিপি' ( Script ) ৰ আৱিষ্কাৰ কৰা হৈছিল। কোনো বাৰ্ত্তা বা বিপদসংকেত শ্ৰৱণ যোগ্য দূৰত্বৰ বাহিৰত থকা, কোনো লগৰীয়াক দিবলৈ আদিম মানুহে কেতবোৰ নক্সা বা ছবিৰ ব্যৱহাৰ কৰিছিল। কালক্ৰমত, এই নক্সা বোৰেই ক্ৰমবিৱৰ্ত্তিত হৈ ধ্বনি বুজোৱা ধ্বনিসংকেতৰ সৃষ্টি কৰিলে। মানুহে কথিত ভাষাৰ ব্যৱহাৰ কৰাৰ সময়ৰে পৰাই হয়তো ভাষাক লিখিত ৰূপ দিবলৈ প্ৰযত্ন কৰিছিল। এই দুয়োটা কাৰ্য মানুহে ভাষা ব্যৱহাৰ কৰিবলৈ শিকাৰ সময়ৰে পৰা প্ৰাচীন। ভাব-বিনিময়ৰ কাৰণে ব্যৱহাৰ কৰা নক্সা বা চিত্ৰৰ পৰা ধ্বনিসংকেত বা বৰ্ণ ( Alphabet ) সৃষ্টিলৈকে, এইখিনি সময়ৰ বিৱৰ্ত্তনৰ গতি অৱশ্যে অতি লিখিল।[৭৫] চীনা ভাষাত এনে বিৱৰ্ত্তন প্ৰক্ৰিয়ালৈকে ঘটা নাই। পৰিস্থিতি বা পৰিৱেশ চিত্ৰণ কৰিব পৰা কেতবোৰ নক্সাৰ প্ৰণালীবদ্ধ ব্যৱহাৰ চীনা ভাষাই এতিয়াও কৰি আছে। ভাষাৰ লেখন ব্যৱস্থা বা লেখন পদ্ধতি ভিন ভিন ধৰণৰ হ'ব পাৰে। কেৱল লেখন পদ্ধতি বা ব্যৱস্থাই লিখিত ৰূপৰ ভাষা নহয়। অসমৰ বড়ো ভাষাক, ৰোমান, দেৱনাগৰী আৰু অসমীয়া এই তিনিটা লেখন পদ্ধতিৰ অৱলম্বনত লিখিত ৰূপ দিয়া দেখা গৈছে। এসময়ত অসমীয়া ভাষাৰ বাবেও যথাক্ৰমে ৰোমান আৰু দেৱনাগৰী লিপিৰ পোষকতা কৰাৰ উদাহৰণ নথকা নহয়। অৰ্থাৎ, কোনো এটা ভাষাৰ লিখিত ৰূপ, একাধিক লেখন ব্যৱস্থাৰ

---

৭৫ But from pictures to syllable writing and thence to the alphabet was a very slow evolution.

—Bertrand Russell.

দ্বাৰা পাৰ পাৰি। লিখিত ৰূপ ভাষাৰ মুখ্য ৰূপ নহয়, গৌণ ৰূপহে। কথিত ভাষাহে ভাষাৰ মৌলিক ৰূপ। লিখিত ৰূপৰ বোধগম্যতা আৰু ব্যৱহাৰ, ভাষা ব্যৱহাৰ কৰোতাজনৰ সাক্ষৰতাৰ ওপৰত নিৰ্ভৰ কৰে। অৰ্থাৎ ভাষাৰ লিখিত ৰূপ আৰু সাক্ষৰতা দুয়োটা পৰস্পৰ নিৰ্ভৰশীল।

## ৫.৩ ব্যক্তিভাষা

ব্যক্তিভেদে ভাষাৰ প্ৰয়োগ ভিন্নধৰণৰ হোৱা দেখা যায়। এজন লোকে ভাৱ-বিনিময়ৰ হেতু উচ্চাৰণ কৰা ধ্বনিসমষ্টি, ৰূপসংযোগ, বাক্যগঠনৰ পদ্ধতি, উচ্চাৰণ ভংগীত নিহিত হোৱা সুৰলহৰ, একে ভাষা কোৱা অন্য এজন লোকৰ ক্ষেত্ৰত নিমিলে। বিশ্লেষণৰ দ্বাৰা দেখা গৈছে যে দৈনন্দিন জীৱনত সাধাৰণ ধৰণৰ কাম-কাজ সম্পাদনৰ সময়ত কাৰ্যতো, এজন লোকে এবাৰ উচ্চাৰণ কৰা এটা বাক্য অবিকল একেধৰণে দ্বিতীয়বাৰ প্ৰয়োগ নকৰে। একেটা বাক্যকে, দ্বিতীয় এজন লোকক উচ্চাৰণ কৰিবলৈ দিলে, বাক্যটোৰ শব্দবোৰত থকা ধ্বনিবোৰৰ উচ্চাৰণৰ ভিন্নতা, ৰূপগঠন আৰু বাক্যগঠনৰ পাৰ্থক্য আৰু বাকপ্ৰয়োগ ভংগীৰ পৃথকতা পৰিলক্ষিত হ'ব। এই পৃথকতা বা ভেদ ভাষাৰ কথনভংগীত যিদৰে পৰিলক্ষিত হয় সিদৰে ভাষাৰ লেখন-ৰীতিতো পৰিলক্ষিত হয়। অৰ্থাৎ ব্যক্তিঅনুসৰি ভাষাৰ এক নিৰ্দিষ্ট ৰূপে গঢ় লয়। ব্যক্তিগত বৈশিষ্ট্যযুক্ত ভাষাৰ এই ৰূপক ব্যক্তিভাষা[৭৬] বুলি কোৱা হয়। ব্যক্তিভাষা বা 'Idiolect হ'ল ভাষাৰ আটাইতকৈ ক্ষুদ্ৰতম ৰূপ। ভাষাৰ এনে ক্ষুদ্ৰতম ৰূপবোৰৰ ( পাৰস্পৰিক বোধগম্যতা থকা অৱস্থাত ) সমষ্টিয়েই হ'ল ভাষা।

---

৭৬ a) idiolect is the individual's personal variety of the community language system —A Dictionary of linguistics
b) the totality of speech hab'ts of a single person at a given time constitutes an idiolect
—C F Hockett ACML 321P·

ব্যক্তিৰ বিদ্যায়তনিক অৰ্হতা আৰু দক্ষতা, ঘৰুৱা পৰিৱেশ, পাৰি-পাৰ্শ্বিক অৱস্থা, অৰ্থনৈতিক অৱস্থাৰ স্বচ্ছল-অস্বচ্ছল স্থিতি অনুসৰি ভাষাৰ ভেদ পৰিলক্ষিত হয়। এজন শিক্ষিত লোকৰ ভাষা আৰু এজন কৃষকৰ ( যদিহে অশিক্ষিত হয় ) ভাষাৰ লগতে নিমিলে। প্ৰগ-ৰাকী ৰাজনীতিবিদ আৰু এজন চহা মানুহৰ ভাষা একে নহয়। এজন ব্ৰাহ্মণ পূজাৰী আৰু এজন কচাইৰ মুখৰ ভাষা স্বাভাৱিকতেই পৃথক। এজন ব্যৱসায়ী আৰু ভিক্ষাবৃত্তিক আশ্ৰয় কৰা নিম্নশ্ৰেণীৰ মুখৰ ভাষা একে নহয়। ভাষাৰ ভেদ ধৰ্ম আৰু লিংগ অনুসৰিও ( যেনে · পুৰুষ আৰু মহিলা ) হোৱা দেখা যায়। একেটা মাত্ৰ পৰিয়ালৰ হ'লেও, দুজন লোকৰ কথন ভংগীত পৃথকতা আছে। ককাদেউতাক বা আইতাকৰ মুখৰ ভাষা তেওঁলোকৰ পৰৱৰ্ত্তী পীঢ়ীৰ নাতিনীয়েকহঁতৰ ভাষাৰ লগত নিমিলে। পৰৱৰ্ত্তী পীঢ়ী (generation) বা পৰৱৰ্ত্তী পুৰুষৰ কথা বাদেই, একেজন মাত্ৰ ব্যক্তিৰে উচ্চাৰিত একোটা বাক্য অবিকল একে ধৰণে দ্বিতীয়বাৰ পুন উচ্চাৰিত নহয়। Bloomfield ৰ ভাষাৰে ক'বলৈ হ'লে 'No one person at different times speak exactly alike' (Language)। ভাষা-বিজ্ঞানী হ'কেটে সেয়েহে ব্যক্তিভাষাৰ প্ৰসঙ্গত 'সময়' ('at a given time') ৰ উল্লেখ কৰিছে [৭৬ (b)]।

এজন ব্যক্তিৰ আচাৰ-ব্যৱহাৰ, উঠন-বহন, ৰুচি-অভিৰুচি, বাক্-ভংগী আদি লক্ষ্য কৰি, সেই ব্যক্তিজনৰ সাংস্কৃতিক পৰিপাৰ্শ্বৰ আভাস পাব পৰা যায়। ব্যক্তিজনৰ সাংস্কৃতিক পৰিপাৰ্শ্বৰ সম্যক আভাসে ব্যক্তিজনৰ পৰিয়ালটো আৰু সেইঅনুক্ৰমে ব্যক্তিজনৰ সমাজ-খনৰো আভাস দিয়ে। 'মানুহজনৰ আচাৰ-ব্যৱহাৰ একেবাৰে সামন্ততান্ত্ৰিক প্ৰভুৰ ( Feudel lord ) দৰে' অথবা 'মানুহজনৰ আচৰণ বৃটিছ শাসনৰ চাহ বাগিচাৰ উচ্চপদস্থ কৰ্মচাৰীৰ দৰে'—জাতীয় বাক্যই মানুহজনৰ

অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক পৰিমণ্ডলৰ আভাস দিদৰে দিয়ে, সিদৰে 'মানুহ' জনৰ ব্যক্তিগত ভাষাৰ বৈশিষ্ট্যবো ( Idiosy-ncratic characterestics ) অলপ অচৰপ আভাস আমাক দিয়ে। সংস্কৃতিৰ ক্ষেত্ৰত ব্যক্তিসংস্কৃতিৰ প্ৰশ্ন যিদৰে জড়িত সিদৰে ভাষাৰ ক্ষেত্ৰতো ব্যক্তিভাষাৰ দিশটো সমানে জড়িত। এজন ব্যক্তিয়ে যদি তেওঁৰ মাতৃভাষা বাহিৰেও একাধিক ভাষা ক'ব পাৰে, তেতিয়াহ'লে তেওঁ একাধিক ব্যক্তিভাষাৰ কোৱা অহ'তাৰ অধিকাৰী হ'ব। ইংৰাজী, হিন্দী আৰু অসমীয়া ভাষাজনা এজন লোকৰ ক্ষেত্ৰত তিনিটা ব্যক্তি-ভাষাৰ নিদৰ্শন পৰিলক্ষিত হ ব। পৰিৱেশভেদে, একেটা ব্যক্তিভাষাৰে ভিন্নৰূপ পৰিলক্ষিত হ'ব পাৰে। দৈনন্দিন কাম-কাজ কৰোঁতে এজন লোকে যি ভাষা ব্যৱহাৰ কৰে, কোনো সভাত বা শ্ৰেণীকোঠাত বক্তৃতা দিওঁতে আৰু লিখা-মেলা কৰোঁতে সেই ভাষা ব্যৱহাৰ নকৰে। এইবোৰ ব্যক্তিভাষাৰে পৰিৱেশজনিত ৰূপ। ভাষাৰ কথিত আৰু লিখিত দুয়োটা ৰূপতে ব্যক্তি জনৰ ব্যৱহৃত ভাষাৰ বৈশিষ্ট্য সম্পন্ন এই ৰূপ পৰিলক্ষিত হয়। সূক্ষ্মভাৱে নিৰীক্ষণ কৰি, পূৰ্বজ্ঞাত ব্যক্তি-গত বৈশিষ্ট্য সমূহৰ ভিত্তিত, ভাষাৰ কথিত বা লিখিত কোনো নতুন নিদৰ্শনৰ প্ৰকৃত লেখক বা বক্তাৰ পৰিচয় বা সম্ভেদ উলিয়াব পাৰি। 'ভ' নেওগেহে এনেকৈ কয় অথবা 'এয়া বৰগোহাঞিৰহে ভাষা' জাতীয় বাক্যই ব্যক্তিভাষাৰ তাৰতম্যৰ কথাকে সূচায়।

## ৫ ৪ মাতৃভাষা / প্ৰথমভাষা

ভাৱবিনিময়ৰ অৰ্থে মানুহে এক বা একাধিক ভাষা পৰিৱেশ অনুযায়ী আয়ত্ত কৰা দেখা যায়। যিটো ভাষা মানুহে তেওঁৰ শৈশৱ কালতে আহৰণ কৰে আৰু যিটো ভাষাৰ জৰিয়তে মনৰ স্বাভাৱিক ভাৱ অনুভূতি, হাঁহি-অশ্ৰু, সুখ-দুখ, প্ৰেম-বিষাদৰ দৰে সূক্ষ্ম অথচ

মৌলিক ভাৱাবেগ ( Elemental passion ) সমূহক প্ৰকাশ কৰিবলৈ সক্ষম হয় সেইটো ভাষাকে মানুহজনৰ 'মাতৃভাষা' বুলি কোৱা হয়। পূৰ্বপুৰুষৰ পৰা অনুকৰণৰ জৰিয়তে পৰ্যায়ক্ৰমে ভাষা শিকাৰ দৰে জটিল প্ৰক্ৰিয়া এটাত, মানৱশিশুৰ মাক-দেউতাকৰ ভিতৰত মাক বা 'মাতৃ'ৰ ভূমিকাই অধিক হোৱা কাৰণে কোনো কোনোৱে ইয়াক 'মাতৃ-ভাষা' ( Mothertongue ) আখ্যা দিব খোজে। কিন্তু কোনো কোনো শিশুৱে ভাষা শিকোঁতে তেওঁৰ দেউতাক অথবা পৰিচাৰিকাৰ পৰাও ভাষা শিকিব পাৰে। তেনেস্থলত ওপৰোক্ত ব্যাখ্যা নাখাটে। আনহাতে, কোনো এক পৰিৱেশৰ প্ৰভাৱত শৈশৱত আয়ত্ত কৰা ভাষাটো শিশু এটাই প্ৰাপ্তবয়স্ক অৱস্থাত সম্পূৰ্ণৰূপে এৰি পেলাবও পাৰে। প্ৰাপ্তবয়স্ক অৱস্থাত অন্য এক পৰিৱেশৰ প্ৰয়োজনত শিকি লোৱা ভাষাটোৱেহে শিশুটোৰ তাৰ ভাব, কল্পনা, চিন্তা-চৰ্চাক ৰূপায়িত কৰাত সক্ষম হ'ব পাৰে। প্ৰাপ্তবয়স্ক অৱস্থাত আয়ত্ত কৰা ভাষাটো কহে শিশুটোৱে 'নিজা' আৰু 'আপোন' বুলি ভাবিব পাৰে। মানৱ মনত আত্মপ্ৰকাশৰ যি অনুভূতি অন্তৰ্লীন হৈ থাকে, তাক বিভিন্ন মাধ্যমৰ জৰিয়তে প্ৰকাশ কৰাৰ প্ৰযত্ন, মানুহে সততেই কৰে। এনে ধৰণৰ কাৰ্য, পাৰস্পৰিক যোগাযোগ তথা নিজৰ অন্তৰ্জগত আৰু বহিৰ্জগতৰ পৰিচয়ৰ হেতু—যিটো ভাষাক মানুহে অধিক সুবল, অধিক আপোন বুলি ভাবে আৰু যিটো ভাষাৰ জৰিয়তে দৈনন্দিন জীৱনৰ অধিকাংশ কাম কাজ কৰিবলৈ সক্ষম হয় সেইটো ভাষাকে মানুহজনৰ 'মাতৃভাষা' বুলি কোৱা হয়।

৫৪ । এজন বহুভাষী লোকৰ মাতৃভাষা তেওঁ জনা একাধিক ভাষাৰ ভিতৰতনো কোনটো, বক্তা গৰাকীয়ে নিজে নক'লে অথবা পূৰ্বপৰিচয় অজ্ঞাত অৱস্থাত তাৎক্ষণিকভাৱে জনাটো সম্ভৱপৰ নহয়। ভাষাবিজ্ঞানী সকলে, যিটো ভাষাৰ সহায়েৰে 'স্বাভাৱিকভাৱে' মনৰ ভাব প্ৰকাশ

পাৰে, তাক ব্যক্তিজনৰ 'মাতৃভাষা' বুলিছে। একাধিক ভাষাৰ জৰিয়তে মনৰ ভাৱ স্বাভাৱিকভাৱে প্ৰকাশ কৰিবলৈ সক্ষম হোৱা ব্যক্তি বা বহুভাষী লোকে কেতিয়াবা এই প্ৰসঙ্গত ভ্ৰান্তিৰ সৃষ্টি নকৰাকৈ নাথাকে। এনেস্থলত, দৈনন্দিন কাজ-কৰ্ম, পাৰিবাৰিক ক্ষেত্ৰ, সামাজিক যোগাযোগত ব্যৱহৃত ভাষাৰ স্বৰূপ, ভাৱ-কল্পনা তথা মৌলিক ভাৱানুভূতি সমূহক, ব্যক্তিজনে কোনটো ভাষাৰ জৰিয়তে অধিক সুযম ভাৱে প্ৰকাশ কৰিছে তাৰ তুলনামূলক পৰ্যবেক্ষণ কৰাটোৰ প্ৰয়োজন হয়। উদাহৰণ স্বৰূপে, ধৰি লোৱা হ'ল A নামৰ ব্যক্তিজনে ১ অসমীয়া ২ ইংৰাজী আৰু ৩ হিন্দীভাষা সুন্দৰ-সাৱলীল ভাৱে ক'ব পাৰে, লিখেও। A নামৰ ব্যক্তিজনে বাস কৰা এক নিৰ্দিষ্ট পৰিৱেশত, সুদীৰ্ঘকালৰ পৰ্যবেক্ষণ যোগে জানিব পৰা গ'ল যে উক্ত ব্যক্তিজনে ১ মৌলিক তথা স্বাভাৱিক ভাৱানুভূতি প্ৰকাশত অসমীয়া ভাষাৰ প্ৰায় 500 টা শব্দ প্ৰয়োগ কৰে। বাকীকেইটা ভাষাৰ শব্দ প্ৰয়োগ এই পৰিৱেশত নকৰে। ২ পাৰিবাৰিক সম্পৰ্ক বা যোগাযোগৰ ক্ষেত্ৰত A নামৰ ব্যক্তিজনে 'অসমীয়া' ভাষাৰ 900 টা শব্দ আৰু ইংৰাজী ভাষাৰ 100 টা শব্দৰ উচ্চাৰণ কৰে। ৩ সামাজিক যোগাযোগৰ ক্ষেত্ৰত A নামৰ ব্যক্তিজনে 1000 টা অসমীয়া ভাষাৰ শব্দ আৰু 400 টা ইংৰাজী তথা 100 টা হিন্দীভাষাৰ শব্দ ব্যৱহাৰ কৰে। ৪ ভ্ৰমণকাৰ্য, দৈনন্দিন প্ৰয়োজনবশত কৰিবলগীয়া হোৱা হাটবজাৰৰ দৰে কাৰ্যত ব্যক্তিজনে 500 টা অসমীয়া ভাষাৰ শব্দ, ·00 টা ইংৰাজী ভাষাৰ শব্দ আৰু 400 টা হিন্দীভাষাৰ শব্দ ব্যৱহাৰ কৰে। ৫ জীৱিকা-নিৰ্বাহৰ অৰ্থে অফিচ-আদালত, শিক্ষাকেন্দ্ৰ অথবা বৌদ্ধিক কাম-কাজৰ বাবে A নামৰ ব্যক্তিজনে যথাক্ৰমে 1000 টা অসমীয়া, 1000 টা ইংৰাজী শব্দৰ দৈনন্দিন প্ৰয়োগ কৰিবলগীয়া হয়। এনেধৰণৰ শিক্ষিত লোকে দৈনন্দিন জীৱনত প্ৰয়োগ কৰা ভাষাৰ

| উপলক্ষ | আনুমানিক শব্দ সংখ্যা | অসমীয়া | ইংৰাজী | হিন্দী |
|---|---|---|---|---|
| 1 স্বাভাৱিক ভাৱ-অনুভূতি | 0–500 | 500 | | |
| 2 পাৰিবাৰিক ক্ষেত্ৰ | 500—1500 | 900 | 100 | |
| 3 সামাজিক ক্ষেত্ৰ | 1500—3000 | 1000 | 400 | 100 |
| 4 হাটবজাৰ, ভ্ৰমণ আদিত | 3000–4000 | 500 | 100 | 400 |
| 5 জীৱিকা নিৰ্বাহৰ বাবে | 4000—6000 | 1000 | 1000 | |

পৰ্যবেক্ষণৰ ভিত্তিত উপৰোক্ত তথ্য প্ৰস্তুত কৰা হৈছে। এক নিৰ্দিষ্ট সামাজিক পৰিৱেশত, শিক্ষিত ব্যক্তিজনৰ ভাষিক আচৰণৰ ভিত্তিত সংগ্ৰহ কৰা শব্দসংখ্যা বা তথ্যৰাশি ( Statistical data )ৰ মূল তাৎপৰ্য এক দণ্ড-চিত্ৰৰ সহায়ত আগবঢ়োৱা হ'ল। এই দণ্ড-চিত্ৰ এক-মাত্ৰিক ( One dimensional )। প্ৰতি এক চেন্টিমিটাৰ দৈৰ্ঘ্যই 100 টা উচ্চাৰিত শব্দক নিৰ্দেশ কৰিছে। নিৰ্দিষ্ট পৰিৱেশৰ সাল-সলনি ঘটিলে বক্তাজনৰ এই ভাষিক আচৰণবো সালসলনি ঘটিব। উল্লিখিত তিনিটা ভাষা একাধাৰে জনা A নামৰ ব্যক্তিজনে ১ শতকৰা সত্তৰ ভাগ (70%) অসমীয়া ভাষা, ২ শতকৰা বিশ ভাগ ইংৰাজী ভাষা (20%) আৰু ৩ শতকৰা দহভাগ (10%) হিন্দীভাষা দৈনিক, দৈনন্দিন জীৱনৰ কাম-কাজত যদি ব্যৱহাৰ কৰে' তেতিয়াহ




চিত্র নং—৩

এক সিদ্ধান্তত উপনীত হ'ব পৰা যাব যে A নামৰ উক্ত ব্যক্তিজনৰ মাতৃভাষা অসমীয়া। কাষৰ দণ্ডচিত্ৰই (Bar Diagram) উল্লিখিত তথ্য অধিক পৰিস্ফুট কৰি তুলিছে। উল্লেখযোগ্য যে, বহুভাষী লোকজনৰ যেতিয়াত ভাষিক পৰিৱেশৰ সালসলনি যদি ঘটে তেতিয়াহলে পৰিবৰ্ত্তিত পৰিৱেশে কথকজনৰ ভাষিক আচৰণলৈ পৰিবৰ্ত্তন ঘটাব। ভিন্ন ভাষিক পৰিৱেশত অভিজ্ঞতা আৰু দক্ষতাসম্পন্ন লোকে ভিন্ন ভাষিক আচৰণ প্ৰয়োজন অৰ্থাৎ




চিত্ৰ—৪

কৰে। সেয়েহে হয়তো সাম্প্ৰতিক কালৰ ভাষাবিজ্ঞানী সকলে 'মাতৃভাষা' শব্দটোৰ ঠাইত প্ৰথম ভাষা শব্দটোহে অধিক যুক্তিযুক্ত বুলি ভাৱে।

৫ ৪ ২ 'মাতৃভাষা' শব্দটোৰ কেতবোৰ প্ৰায়োগিক অসুবিধালৈ লক্ষ্য ৰাখি আধুনিক কালৰ কোনো কোনো ভাষাবিজ্ঞানীয়ে মাতৃভাষাক প্ৰথম ভাষা ( first language ) বুলি অভিহিত কৰিছে। ধৰি লোৱা হ'ল—অসমৰ বডো ভাষী লোক এজনে, মিচিং ভাষী গাভৰু এগৰাকীক বিয়া কৰালে। বডোভাষী লোকজন আৰু মিচিংভাষী গাভৰু গৰাকীয়ে পৰস্পৰৰ ভাষা বুজি নোপোৱাৰ কাৰণে অসমীয়া ভাষাৰেই কাম-কাজ চলাবলৈ আৰম্ভ কৰিলে। ফলস্বৰূপে তেওঁলোকৰ সন্তানেও 'অসমীয়া' ভাষাকে শিকিলে। 'মাকৰ পৰা শিকা ভাষা' আৰু 'দেউতাকৰ পৰা শিকা ভাষা'ৰ স্বকীয়া স্বকীয়া ধাৰণাটো এই ক্ষেত্ৰত প্ৰযোজ্য হোৱা দেখা নগ'ল। কালক্ৰমত দেখা গ'ল পঢ়াশলীয়া পাঠ্যক্ৰম ,আৰু

অন্যান্য আদান-প্ৰদানৰ ক্ষেত্ৰত সন্তানকেইটাই এটা ৰাষ্ট্ৰভাষা আৰু অন্য এটা আন্তৰ্জাতিক ভাষা (ধৰি ল'লো হিন্দী আৰু ইংৰাজী) ক'ব পৰা আৰু লেখাৰ, অৰ্হতাযুক্ত হ'লগৈ। অৰ্থাৎ বড়ো আৰু মিচিং-ভাষী দম্পতিৰ সন্তান-সন্ততিয়ে, যথাক্ৰমে অসমীয়া, হিন্দী আৰু ইংৰাজী ভাষাহে জানিলে বা শিকিলে। এনেস্থলত, 'মাতৃভাষা' আখ্যা কোন-টোক দিয়া হ'ব? নিসন্দেহে যিটো ভাষা সন্তান কেইটিয়ে পোন-প্ৰথমে শিকিলে—সেইটোক। শিশুৱে বা সন্তানে পোন প্ৰথমে শিকা ভাষাটোক 'প্ৰথম ভাষা' (first language) বুলি অভিহিত কৰিলে ওপৰোক্ত ভ্ৰান্তি দূৰ হয়। সেয়েহে ভাষাবিজ্ঞানীসকলে 'মাতৃভাষাৰ ঠাইত 'প্ৰথম ভাষা' শব্দটোৰ প্ৰয়োগ কৰিছে। এনেক্ষেত্ৰত থকা ব্যতিক্ৰমৰ বিষয়ে ওপৰোক্ত পেৰাগ্ৰাফত সূচনা দিয়া হৈছে।

## ৫.৫ দ্বিতীয় ভাষা (Second Language)

নিজৰ মাতৃভাষা (Mothertongue) বা প্ৰথম ভাষা (first language)ৰ উপৰিও সামাজিক প্ৰয়োজনত মানুহে আয়ত্ত কৰা অন্য এটা ভাষাক দ্বিতীয় ভাষা বুলি কোৱা হয়। জ্ঞান-বিজ্ঞানৰ দশ দিশ মুকলি হোৱাৰ লগতে অতীতত দুৰ্গম বুলি ভবা দুৰূহ স্থানো মানুহৰ নিকটস্থানীয় হ'লহি। শিক্ষা-দীক্ষা, ব্যৱসায় বাণিজ্য, জীবিকা নিৰ্বাহ আদি বিভিন্ন ধৰণৰ কামত পৃথিৱীৰ বিভিন্ন স্থানৰ মানুহৰ সঘন সাংস্কৃতিক আদান-প্ৰদান ঘটিছে। ব্যৱসায়-বাণিজ্য, শিক্ষা-সংস্কৃতি, সমাজ-সেৱা আৰু জীৱিকা নিৰ্বাহৰ স্বাৰ্থে, ভিন ভিন পেশা অৱলম্বন কৰা লোকসকলৰ, বিভিন্ন শ্ৰেণীৰ বিভিন্ন ভাষাৰ লোকসকলৰ লৈতে আদান প্ৰদান চলোৱাৰ কাৰণে মাতৃভাষা বা প্ৰথম ভাষাৰ উপৰিও অন্য এটা ভাষা আয়ত্ত কৰি লোৱাটো অতি প্ৰয়োজনীয়। মানুহে বিভিন্ন প্ৰয়োজনত পৰি মাতৃভাষাৰ উপৰিও অন্য এটা ভাষা শিকে।

কোনো এটুকুৰা স্থানত, একাধিক মাতৃভাষা কোৱা লোকে বাস কৰিলে, পাৰস্পৰিক আদান-প্ৰদানৰ অৰ্থে সকলোৱে ব্যৱহাৰ কৰা উমৈহতীয়া ভাষাটো সেই স্থানৰ অধিবাসীসকলে আয়ত্ত কৰি লয়। উমৈহতীয়া ভাষাটোৰ দ্বাৰা সেই স্থানৰ লগতে অঞ্চলটোৰ শিক্ষা-দীক্ষা, ৰাজনীতি, সামাজিক কাম-কাজ, শাসন ব্যৱস্থা আদি পৰিচালিত হ'লে অধি-বাসীসকলৰ সেই ভাষা শিকাৰ প্ৰৱণতা (tendency) স্বাভাৱিকতেই বাঢ়ে। ভিন্নভাষী লোকসকলৰ কাৰণে উমৈহতীয়া ভাষাটো হব দ্বিতীয় ভাষা। ইতিহাসৰ পাত মেলি চালে দেখা যায় বৃহৎ টাইজাতিৰ খান কৈদৰ লোক সকলে ১২২৮ খৃ ত পাটকাই পৰ্বত পাৰ হৈ অসম উপত্যকাত ৰাজ্যবিস্তাৰ কৰাৰ প্ৰক্ৰিয়া আৰম্ভ কৰিছিল। ৰাজ্য শাসন, সামাজিক আদান প্ৰদান আদিৰ কামত এওঁলোকৰ মাতৃভাষা সহায়ক হোৱা নাছিল আৰু সেয়ে এই অঞ্চলৰ 'অসমীয়া' ভাষা এওঁলোকে আয়ত্ব কৰি লৈছিল। সূৰ্য অস্ত নোযোৱা বৃটিছ সাম্ৰাজ্যৰ দেশ-দেশান্তৰে থকা সেনাবাহিনী আৰু পৰিচালক সকলে, ভিন্ন স্থানৰ ভাষা প্ৰয়োজনবশতঃ আয়ত্ব কৰি লৈছিল। খৃষ্টান মিছনেৰী সকলে আমেৰিকাৰ পৰা আহি ধৰ্ম প্ৰচাৰৰ অৰ্থে অসমীয়া ভাষা শিকি সেই ভাষাত কাকত আলোচনী চলাইছিল। পাৰস্পৰিক আদান প্ৰদানৰ প্ৰয়োজনতেই নাগালেণ্ডৰ 'নাগামিজ' আৰু অৰুণাচলৰ 'অৰুণামীজ' ভাষাৰো জন্ম হৈছে। সেই সেই অঞ্চলৰ জনসাধাৰণ ভিন্নভাষী হোৱা বাবে এই ভাষা দুটাৰ স্থান তাত দ্বিতীয় ভাষাৰ। উত্তৰ কাছাৰ পাহাৰ জিলাৰ হাফলং চহৰাঞ্চলত প্ৰচলিত 'হাফলঙীয়া হিন্দী' ৰ স্থানো সাধাৰণ জনজাতীয় লোকসকলৰ বাবে দ্বিতীয় ভাষাৰ। দ্বিতীয় ভাষা শিকাৰ ক্ষেত্ৰত সাধাৰণতে দুই ধৰণৰ প্ৰৱণতাই কাম কৰে। কোনো ভাষা কোনো এক অঞ্চলৰ জনসাধাৰণে দৈনন্দিন কাজ-কৰ্ম সম্পাদনৰ ক্ষেত্ৰত ব্যৱহাৰ কৰাৰ লগতে সেইটো ভাষাত সেই অঞ্চলৰ শিক্ষা-দীক্ষা, সাংস্কৃতিক ক্ষেত্ৰ আৰু শাসনব্যৱস্থা আদিৰ কাম-কাজ চলিব

পাৰে। তেনেস্থলত উপকৰ্ম্মা ব্যাধ্যবাধকতা নোহোৱাকৈয়ে এজন লোকে স্বাভাৱিক ভাৱে সেই ভাষাটো আয়ত্ব কৰিব পাৰে। মানুহজনে দ্বিতীয় ভাষা আয়ত্ব কৰি লোৱা এই প্ৰক্ৰিয়াটো এক স্বাভাৱিক প্ৰক্ৰিয়া ( Normal Process )। কিন্তু কেতিয়াবা দেখা যায় কেৱল আনুষ্ঠানিক বাধ্যবাধকতাৰ ফলতেই কোনো লোকে কোনো এটা মৰ্যাদা সম্পন্ন ভাষা শিকিব লগীয়া হয়। সেইভাষাটোৱে লোকজন বাস কৰা অঞ্চলৰ প্ৰশাসনিক অথবা কাৰ্যালয় সংক্ৰান্ত চৰকাৰী কাম-কাজ আৰু বিদ্যায়তনিক (Academic) পৰিৱেশৰ কাম-কাজ পৰিচালিত হয় যদিও উক্ত ক্ষেত্ৰ দুখন বাদ দিলে ব্যৱহাৰিক ক্ষেত্ৰত তাৰ প্ৰয়োগ বিশেষভাৱে দেখা নাযায়। ভাৱ-বিনিময়ৰ মাধ্যম হিচাপে কেৱল উচ্চশিক্ষাৰে শিক্ষিত লোকসকলৰ মাজতহে ই প্ৰচলিত হৈ থাকে। কিন্তু ভাষা এটা কেৱল উচ্চ শিক্ষাৰে শিক্ষিত শিক্ষা দীক্ষা থকা লোকসকলেই নকয়। অসমৰ, যিসকল লোকৰ 'মাতৃভাষা' বা প্ৰথমভাষা অসমীয়া সেইসকল লোকে আনুষ্ঠানিক বাধ্যবাধকতাৰ বশবৰ্ত্তী হৈ ( ব্যতিক্ৰম ক'ববাত থাকিব পাৰে ) বিদ্যালয়ত 'ইংৰাজী' ভ বা শিকে। অসমৰ প্ৰশাসনিক কাম-কাজত 'ইংৰাজী' এক সহযোগী চৰকাৰী বা প্ৰশাসনিক ভাষা। দৈনন্দিন জীৱনৰ কাম-কাজত, প্ৰশাসনিক আৰু বিদ্যায়তনিক পৰিসৰৰ কাম কাজৰ বাহিৰে, ইয়াৰ প্ৰয়োগ কিমান স্বাভাৱিক ভাৱে হয় সি এক বিচাৰ্য বিষয়। অসমৰ পৰিৱেশত, বঙালী ভাষী লোকসকলৰ কাৰণে আকৌ 'অসমীয়া' দ্বিতীয় ভাষা। সামাজিক-সাংস্কৃতিক প্ৰয়োজন ই পূৰণ কৰিব পাৰে। বড়ো, মিচিং, কাৰবি, ৰাভা আদি জনগোষ্ঠীৰ কাৰণে 'অসমীয়া' স্বাভাৱিক দ্বিতীয় ভাষা। ই আনুষ্ঠানিক বাধ্যবাধকতা আৰু ব্যৱহাৰিক দিশৰ চাহিদা পূৰণ কৰিব পাৰে। কিন্তু যিসকলৰ অসমীয়া প্ৰথম ভাষা, সেইসকলৰ ক্ষেত্ৰত ব্যৱহাৰিক ( Applied ) দিশৰ প্ৰয়োজন পূৰণ কৰিব পৰা নোৱাৰাৰ প্ৰশ্নটো যথাৰ্থক কাৰনেই সময়ে সময়ে অসমত শিক্ষাৰ মাধ্যম

আৰু প্ৰশাসনিক কাম-কাজৰ মাধ্যম 'অসমীয়া' কৰাৰ সপক্ষে প্ৰবল জনমত গঢ়ি উঠাতো পৰিলক্ষিত হয়। যিবোৰ ভাষা আনুষ্ঠানিক বাধ্যবাধকতাৰ কাৰণেহে শিকাৰ প্ৰয়োজন হয়, ব্যৱহাৰিক বা যিবোৰ ভাষাই সম্পূৰ্ণৰূপে প্ৰায়োগিক দিশৰ চাহিদা পূৰণ কৰিব নোৱাৰে, সেইবোৰ ভাষাক স্বাভাৱিক দ্বিতীয় ভাষা বুলিব পৰা নাযায়। কোনো এজন ব্যক্তিৰ এক বা একাধিক দ্বিতীয়ভাষা থাকিব পাৰে।

## ৫.৬ বিদেশী ভাষা

বিশেষ বিশেষ প্ৰয়োজনৰ তাগিদাত আয়ত্ব কৰা কোনো ভাষাৰ ব্যৱহাৰিক গুৰুত্ব, সম্পূৰ্ণৰূপেই নাথাকিব পাৰে। বিদ্যায়তনিক পৰিৱেশত আয়ত্ব কৰিলোৱা ভাষা প্ৰয়োগ কৰিবলৈ উপযুক্ত ভাষিক পৰিৱেশ নথকা অৱস্থাত, ওপৰোক্ত 'বিদেশী ভাষা' আখ্যাটো প্ৰযোজ্য হ'ব। উদাহৰণস্বৰূপে, অসমৰ গুৱাহাটী বিশ্ববিদ্যালয়ত থকা ৰুছ, জাৰ্মান, ফৰাচী, তামিল, তেলেগু আদি ভাষাশিক্ষাৰ পাঠ্যক্ৰমলৈ আঙুলিয়াব পাৰি। অসমৰ পৰিৱেশত উপৰোক্ত ভাষাসমূহৰ প্ৰায়োগিক বুনিয়াদৰ অভাৱ। ভাষা শিকাওঁতা শিক্ষক গৰাকী, অন্যান্য দুই-এক ব্যতিক্ৰম নিদৰ্শন আৰু একমাত্ৰিক (One dimensional) যান্ত্ৰিক মাধ্যম, যেনে • অনাতাঁৰ যন্ত্ৰ, লিংগুৱাফোন কেবল টেলিভিছন আদিৰ বাহিৰে ভাষা কোৱা আৰু ভাষাশুনাৰ অন্য মাধ্যম ভাষা শিকোঁতা গৰাকীয়ে পৰিৱেশগত ভাৱে নাপায়। প্ৰায়োগিক বুনিয়াদৰ অভাৱ পৰিলক্ষিত হোৱা এনেবোৰ ভাষাক বিদেশী ভাষা বোলা হয়। বিদেশী ভাষা আয়ত্ব কৰা কাৰ্য একপ্ৰকাৰ দ্বিতীয় ভাষা আয়ত্ব কৰা কাৰ্যৰ সমপৰ্যায়ৰ।

## ৫.৭ আঞ্চলিক ভাষা

কোনো এক ভৌগলিক আৱেষ্টনত ভিন্ন ভাষা-ভাষী লোকে বসবাস কৰিলে, পাৰস্পৰিক যোগাযোগৰ অৰ্থে সকলোৱে বুজি পোৱা অন্য

এটা ভাষাৰ আশ্ৰয় লোৱা হয়। সাধাৰণতে সকলোৱে বোধগম্য হোৱা বিকাশপ্ৰাপ্ত আৰু মৰ্যাদাসম্পন্ন ভাষা এটাকে অঞ্চলৰ পৃথক পৃথক ভাষা কোৱা জনসাধাৰণে পাৰস্পৰিক যোগাযোগৰ ভাষা হিচাপে গ্ৰহণ কৰে। ইন্দোমঙ্গোলীয় নৃগোষ্ঠীৰ প্ৰায় চৈধ্যটা উপগোষ্ঠীৰে গঠিত নগাজনগোষ্ঠীৰ বিভিন্ন মাতৃভাষা, পাৰস্পৰিক বোধগম্যহীন হোৱা হেতুকে নগাভূমিত 'নাগামিজ' ভাষাই আঞ্চলিক ভাষা হিচাপে প্ৰসাৰতা লাভ কৰিছে। 'Naga + Assamese শব্দ দুটাৰ মিশ্ৰনত নাগামিজ শব্দটোৰ সৃষ্টি হৈছে।'[৭৬] বড়ো, কাৰ্বি, মিছিং, ৰাভা আদি বিভিন্ন জনগোষ্ঠীৰ মাতৃভাষা বা প্ৰথম ভাষাৰ পাৰস্পৰিক বোধগম্যতা নথকাত অসমৰ ভূখণ্ডত 'অসমীয়া' ভাষাক আঞ্চলিক ভাষা হিচাপে গ্ৰহণ কৰা হৈছে। প্ৰথম ভাষা বা মাতৃভাষাৰে নিজৰ নিজৰ জনগোষ্ঠীৰ মাজত পাৰস্পৰিক ভাববিনিময়ৰ কাম সাধিত হয় যদিও বিস্তৃত ভৌগলিক আৱেষ্টনত বাস কৰা জনগোষ্ঠীৰ সৈতে ভাৱবিনিময়ৰ 'কাৰ্য' পাৰস্পৰিক বোধগম্যতা নথকাৰ হেতুকেই সম্ভৱপৰ নহয়।

## ৫.৮ ৰাজ্যভাষা ( State Language )

ৰাষ্ট্ৰৰ ভৌগলিক পৰিসীমাৰ অন্তৰ্গত কোনো ৰাজ্যক্ষেত্ৰত বসবাস কৰা জনসাধাৰণৰ মাজত একাধিক ভাষাৰ প্ৰচলন হৈ থাকিব পাৰে। তেনেক্ষেত্ৰত ৰাজ্যখনৰ প্ৰশাসনিক, সামাজিক, শৈক্ষিক বা বিদ্যায়তনিক আদি বিভিন্ন ক্ষেত্ৰ পৰিসৰৰ সামূহিক কাম-কাজ চলোৱাৰ বাবে প্ৰচলিত বিভিন্ন ভাষাৰ মাজৰে কোনো এটা ভাষাৰ নিৰ্বাচন কৰিব লগীয়া হয়। সাধাৰণতে, ৰাজ্যখনৰ অধিকাংশ জনসাধাৰণে ব্যৱহাৰ কৰা, সকলো অংশৰ জনসাধাৰণৰেই বোধগম্য হোৱা, মৰ্যাদাসম্পন্ন, সম্পূৰ্ণৰূপে বিকাশপ্ৰাপ্ত কোনো এটা ভাষাক ৰাজ্যখনৰ সামূহিক

---

৭৬. বৰুৱা, ড° ভীমকান্ত : অসমৰ ভাষা, পৃ° ১৪২।

কাম-কাজ পৰিচালনাৰ বাবে নিৰ্বাচিত কৰি লোৱা হয়। এনেধৰণে নিৰ্বাচিত কৰি লোৱা ভাষাক ৰাজ্যভাষা ( State Language ) বোলা হয়। মৰ্যাদাসম্পন্ন ভাষাটোৰ সাহিত্য সমৃদ্ধি আৰু ঐতিহাসিক দিশৰ গুৰুত্বলৈও লক্ষ্য ৰখা হয়। ৰাজনৈতিক আৰু প্ৰশাসনিক দৃষ্টিৰে নিৰ্ধাৰণ কৰা ৰাজ্যখনৰ ক্ষেত্ৰ পৰিসৰৰ ভিতৰুৱা অধিবাসী সকলৰ জনসংখ্যা আৰু ভাষিক বৈশিষ্ট্যকো সমগুৰুত্ব প্ৰদান কৰা হয়। বহুক্ষেত্ৰত জন আয়তন আৰু ভাষিক বৈশিষ্ট্যলৈ লক্ষ্য ৰাখি ৰাজ্যক্ষেত্ৰ নিৰ্বাচন কৰাৰ নিদৰ্শনো নথকা নহয়। ভাৰতবৰ্ষত সৰ্বমুঠ ১৬৫২ টা ভাষা প্ৰচলিত হৈ আছে। ইয়াৰে ভিতৰত ঐতিহাসিক গুৰুত্ব, জনগাঁথনিৰ স্বৰূপ আৰু সাহিত্যিক মৰ্যাদালৈ লক্ষ্য ৰাখি কেৱল পোন্ধৰটা ( ১৫ টা ) ভাষাকহে ভাৰতীয় জনসাধাৰণে গ্ৰহণ কৰা সংবিধানে স্বীকৃতি প্ৰদান কৰিছে। সেই কেইটা হ'ল . ১. অস-মীয়া ২ বঙালী ৩ হিন্দী ৪ উৰিয়া ৫ মালয়ালম ৬ তামিল ৭ তেলেগু ৮ কানাড়ী ৯ মাৰাঠী ১০ সিন্ধী ১১ গুজৰাটী ১২ পাঞ্জাবী ১৩ কাশ্মিৰী ১৪ উৰ্দু আৰু ১৫ সংস্কৃত।[৭৭] উৰ্দু আৰু সংস্কৃতৰ বাহিৰে বাকীকেইটা ভাষাৰ ৰাজ্যক্ষেত্ৰ নিৰ্দেশ কৰি দেখুৱাব পাৰি। ৰাষ্ট্ৰীয়তা গঠনত ভাষাৰ ভূমিকা থকাৰ দৰে ৰাজ্যক্ষেত্ৰত বাস কৰা জনসাধাৰণৰ আৱেগিক ঐক্য গঠনত ৰাজ্যভাষাৰ এক নিৰ্দিষ্ট ভূমিকা আছে।

## ৫.৯ ৰাষ্ট্ৰভাষা ( National Language )

কোনো এখন ৰাষ্ট্ৰৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক পৰিচয়ৰ আন্তৰ্দেশীয় স্বীকৃতিৰ মাধ্যম প্ৰধানতঃ সেই ৰাষ্ট্ৰৰ ভাষা।

---

৭৭ ভাৰতৰ দক্ষিণাঞ্চলৰ অন্ধ্ৰপ্ৰদেশ আৰু উত্তৰ ভাৰতত উৰ্দু ভাষা প্ৰচলিত। স্বীকৃতিপ্ৰাপ্ত ভাষা সংস্কৃতৰ স্থান এৰিলে মৃতভাষাৰ দৰে।

ৰাজ্যসমূহৰ নিচিনাকৈ ৰাষ্ট্ৰ এখনৰো সামূহিক কাম-কাজ বোৰ পৰিচালনা কৰিবলৈ এটা নিৰ্দিষ্ট ভাষাৰ প্ৰয়োজন হয়। এই 'নিৰ্দিষ্ট ভাষা' টোৰ জৰিয়তে ৰাষ্ট্ৰ এখনৰ সামূহিক অথবা জাতীয় স্তৰৰ কাম-কাজ বোৰ পৰিচালিত হয়। এখন ৰাষ্ট্ৰত এটা বা একাধিক ৰাষ্ট্ৰভাষা থাকিব পাৰে। ৰাচিয়া, চীনদেশ, ইটালী, ফ্ৰান্স, জাৰ্মানী, ইংলেণ্ড আদি দেশত কেৱল এটা মাত্ৰ ৰাষ্ট্ৰভাষা প্ৰচলিত হৈ আছে। বহু ভাষা-ভাষী লোকে বসবাস কৰিলেও, জাতীয় স্তৰৰ সামূহিক কাম-কাজ সম্পাদনৰ হেতু কেৱল এটা মাত্ৰ ভাষাক সকলোস্তৰৰ লোকে ইয়াত গ্ৰহণ কৰি লৈছে। ৰাষ্টীয়তা গঠন আৰু এক সাৰ্বভৌম ৰাষ্ট্ৰক্ষেত্ৰৰ অধিবাসী সকলৰ আবেগিক ঐক্যৰ প্ৰশ্নই এনেদৰে একোটা 'ৰাষ্ট্ৰভাষা' নিৰ্বাচনৰ ক্ষেত্ৰত মুখ্যত সহায়কৰ ভূমিকা লয়। প্ৰাচীন ঐতিহ্যসম্পন্ন, সাহিত্য সমৃদ্ধিৰ দিশৰ পৰা গুৰুত্বপূৰ্ণ সকলো অংশৰ জনসাধাৰণৰ বাবে সম্পূৰ্ণ আৰু আংশিক বোধগম্যতা থকা, মৰ্যাদাসম্পন্ন ভাষা এটাকহে ৰাষ্ট্ৰভাষা হিচাপে স্বীকৃতি দিয়া হয়। ৰাচিয়াত প্ৰচলিত ৰুচীয় ( Russian ) ভাষা, চীনদেশৰ চীনা ভাষা[৭৮] ( Chinese Mandarin ) ইটালীৰ ইটালীয় ( Italian ), জাৰ্মানীৰ জাৰ্মান ( German ), ইংলেণ্ডৰ ইংৰাজী ( English ) ভাষা এনে ধৰণৰ ঐতিহ্যপূৰ্ণ, সমৃদ্ধ আৰু মৰ্যাদাসম্পন্ন ভাষা। কোনো কোনো দেশত এটাতকৈ অধিক ভাষাক জাতীয় স্তৰৰ কাম-কাজ সম্পাদন কৰাৰ অৰ্থে ব্যৱহাৰ কৰাৰ উপৰিও পাৰস্পৰিক যোগাযোগৰ ক্ষেত্ৰতো স্বাভাৱিক ধৰণেৰে এইবোৰৰ ব্যৱহাৰ হয়। চুইজাৰলেণ্ডত ১. ফ্ৰেন্স ২. জাৰ্মান আৰু ৩ চুইচ ভাষা ৰাষ্ট্ৰভাষা হিচাপে প্ৰচলিত হৈ আছে। আনুষ্ঠানিক ভাৱে 'ৰাষ্ট্ৰভাষা' হিচাপে স্বীকৃত নহ'লেও ভাৰতবৰ্ষৰ প্ৰশাসনিক আৰু তৎসংশ্লিষ্ট সামূহিক কাম-কাজ ১ ইংৰাজী

৭৮ মেণ্ডাৰিণ, কেণ্টন, উত্তৰ মিন, দক্ষিণ মিন, হক্কা আদি ভাষা পৰস্পৰৰ অবোধ্য। চৰকাৰী ঘোষণা অনুসৰি ইহঁত চীনা ভাষাৰ উপভাষা।

আৰু, ২০ হিন্দী ভাষাৰ মাধ্যমেৰে পৰিচালিত হৈ আছে। বৈদিক ক্ষেত্ৰতো উচ্চশিক্ষাৰ মাধ্যম হিচাপে ইংৰাজী ভাষাৰ বহুল প্ৰয়োগ হৈছে। সম্প্ৰতি জাতীয় স্তৰৰ প্ৰশাসনিক কাম-কাজৰ লগতে অন্যান্য মাধ্যম, দুৰদৰ্শন আদিৰ দৰে শক্তিশালী প্ৰচাৰ মাধ্যম সমূহৰ দ্বাৰা, হিন্দী ভাষাৰ বহুল প্ৰচাৰ কৰা হৈছে। যান্ত্ৰিকভাৱে সম্পাদিত হোৱা ধ্বনিৰ সৈতে শ্ৰোতা আৰু দৰ্শকৰূপী গ্ৰাহক ( Receiver ) ৰ সঘন সংযোগ ঘটাৰ ফলত 'হিন্দীভাষা'ৰ পাৰস্পৰিক বোধগম্যতা হীন অৱস্থাৰ প্ৰভূত ৰূপত পৰিৱৰ্ত্তন ঘটিছে। কোনো কোনো ৰাষ্ট্ৰৰ 'ৰাষ্ট্ৰভাষা' হিচাপে গ্ৰহণ কৰিবলৈ এক নিৰ্দিষ্ট ভাষা নাথাকিবও পাৰে। আমেৰিকা যুক্তৰাষ্ট্ৰ, এনে এখন ৰাষ্ট্ৰ। বৃটিছ সকলৰ ইংৰাজী ভাষাই এই দেশৰ ৰাষ্ট্ৰভাষা। ৰাজনৈতিক দৃষ্টিভংগীয়ে ভাষাক ৰাষ্ট্ৰভাষা হিচাপে ঘোষণা কৰাৰ ক্ষেত্ৰত কাম কৰাৰ ফলত পাৰস্পৰিক বোধগম্যতা শতকৰা এশভাগ থকা স্বত্তেও, 'আমেৰিকান ইংলিছ' আৰু 'বৃটিছ ইংলিচ' দুয়োটা স্বতন্ত্ৰ ভাষা হিচাপে পৰিগণিত হৈছে।[৭১]

৫ ৯ ১ ৰাষ্ট্ৰভাষা নিৰ্ধাৰণৰ বিষয়টো কেতিয়াবা জটিল ধৰনৰো হ'ব পাৰে। দ্বিতীয় মহাযুদ্ধৰ পৰৱৰ্ত্তীকালত স্বাধীনতা লাভ কৰা কেইখনমান নকৈ গঠিত দেশৰ ভাষালৈ লক্ষ্য কৰিলে এই কথা অধিক পৰিষ্কাৰ হয়। আফ্ৰিকা মহাদেশ আৰু পূৱ-এচিয়াৰ কিছুমান ভাষাৰ অবিকশিত ৰূপবোৰৰ গ্ৰহণযোগ্যতাৰ অভাৱ। ভাৰতবৰ্ষৰ 'ৰাষ্ট্ৰভাষা' নিৰ্ণয়ৰ সমস্যাটো এতিয়া সৃষ্টি হোৱা নাই। ভাৰতবৰ্ষত কেইবাটাও পূৰ্ণ-বিকশিত, ঐতিহ্যমণ্ডিত আৰু সাহিত্য-সমৃদ্ধ ভাষা আছে। এই ভাষাবোৰ ঘাইকৈ আৰ্য আৰু দ্ৰাবিড়ীয় মূলৰ। এই একাধিক ভাষাৰ মাজৰ পৰা কেৱল এটা মাত্ৰ ভাষাক ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰাটো অতি সহজসাধ্য নহয়। এনে জটিল পৰিৱেশ অতিক্ৰম কৰিবলৈ মহাত্মা

৭১ দত্তবৰুৱা, ড° ফণীন্দ্ৰ নাৰায়ণ : আধুনিক ভাষা বিজ্ঞানৰ পৰিচয় পৃ : ৮৩

গান্ধীয়ে হিন্দী আৰু উৰ্দু মিশ্ৰিত কৰি 'হিন্দুস্তানী' নামৰ এটা কৃত্ৰিম ভাষাৰ সৃষ্টি কৰিছিল। কিন্তু স্বাভাৱিকভাৱে গঢ় লৈ উঠাৰ বলত 'হিন্দুস্তানী' ভাষা ৰাষ্ট্ৰভাষাৰূপে স্বীকৃত নহ'ল। কোনো কোনো লোকে ভাৰতীয় জাতীয় জীৱন আৰু সংস্কৃতিৰ লৈতে অতীতৰ পৰা জৰিত হৈ অহা সংস্কৃত ভাষাক ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰাৰ পক্ষে যুক্তি দৰ্শাই। সংস্কৃত ভাষা ঐতিহ্যমণ্ডিত আৰু সাহিত্য সমৃদ্ধ যদিও ইয়াৰ জটিল গঠন প্ৰণালী, অতিক্ৰম কৰিব নোৱাৰা ধৰণৰ এক বাধা। তদুপৰি, সংস্কৃত ভাষাৰ কথিত ৰূপৰ অভাৱ। কেৱল কথিত ভাষাৰ ৰূপৰ দ্বাৰাইহে ভাষা এটা সজীৱ আৰু জীৱিত হৈ থাকে। যিটো ভাষা শতকৰা এভাগ মাত্ৰ জনসাধাৰণেও তেওঁলোকৰ ভাৱবিনিময় কাৰ্য অথবা পাৰস্পৰিক যোগাযোগৰ ক্ষেত্ৰত ব্যৱহাৰ নকৰে তেনে এটা ভাষাক 'ৰাষ্ট্ৰভাষা' ৰূপে গ্ৰহণ কৰাৰ সপক্ষে যুক্তিৰ অভাৱ। ভাষাবিজ্ঞানৰ দৃষ্টিৰে 'মৃত' ভাষা এটাক, ৰাজনৈতিক দৃষ্টিভংগীৰে ৰাষ্ট্ৰ-ভাষা হিচাপে গ্ৰহণ কৰিলেও সি চিৰস্থায়ী নহ'ব। ভাৰতবৰ্ষত যিকেইটা স্বীকৃতি প্ৰাপ্ত মৰ্যাদাসম্পন্ন ভাষা আছে সেইকেইটাৰ ভিতৰত 'হিন্দীভাষা' গৰিষ্ঠসংখ্যক লোকে কোৱাতো, সম্প্ৰতি পৰিসাংখ্যিক তথ্যৰ পৰা প্ৰতিপন্ন হৈছে। শেহতীয়া তথ্য অনুসৰি, হিন্দীভাষা-ভাষী লোকৰ সংখ্যা ১৫, ৩৭, ২৯, ০৬২ ( উত্তৰ ভাৰত ), তেলেগু : ৪, ৪৭, ০৭, ৭৯৭ ( অন্ধ্ৰপ্ৰদেশ ), বাংলা ৪, ৪, ৫১১, ৫৩৩ ( পশ্চিম-বংগ, ত্ৰিপুৰা, অসম ), মাৰাঠী . ৭, ১৭, ২৩, ৮৯৩ ( মহাৰাষ্ট্ৰ ), তামিল . ৩, ৭৫, ৯২, ৭৯৪ ( তামিলনাডু ), উৰ্দু ২, ৮৬, ০০, ৪২৮ (উত্তৰ ভাৰত) গুজৰাটী : ২, ৫৬, ৫৬ ২৭৪ ( গুজৰাট ), মালয়ালম . ২, ১৯, ১৭, ৪৩০ ( কেৰেলা ), কানাড়া : ২, ১৫. ৭৫, ০১৯ ( কৰ্ণাটক ), অসমীয়া : ৮৯, ৫৮. ৯৭৭ ( অসম । কেন্দ্ৰীয় শাসিত অঞ্চলসমূহত উপৰোক্ত এক বা একাধিকভাষা আৰু পণ্ডিচেৰীত 'ফৰাচী' ভাষা প্ৰচলিত হৈ আছে।

হিন্দীভাষা কোৱা লোকৰ সংখ্যা অন্যান্য ভাষা-ভাষী সকলতকৈ একেবাৰে অধিক যদিও সামূহিকভাৱে অহিন্দীভাষী লোকৰ সংখ্যাহে অধিক। হিন্দীভাষী সৰ্বমুঠ ১৫, ৩৭, ২৯, ০৩২ জনসংখ্যাৰ বিপৰীতে অহিন্দী-ভাষী লোকৰ সংখ্যা ২২৭, ০৮, ৮৫৪, ১৪৫ জন। একেটা মূলভাষাৰ পৰা উদ্ভৱ আৰু বিকাশহোৱা ভাষা হিচাপে আৰ্য্যভিত্তিৰ ভাষা সমূহৰ হিন্দীভাষাৰ সৈতে পাৰস্পৰিক বোধগম্যতা আংশিকৰূপত থাকিব পাৰে। কেৱল এইটো কাৰণেই ভাষা এটাক ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰাৰ পক্ষে যথোপযুক্ত নহয়। আনহাতে, চীনদেশৰ দৰে, ৰাজনৈতিক ঘোষণাৰ দ্বাৰা পিকিঙী ৰূপৰ মেন্দাৰিন ভাষাক 'ৰাষ্ট্ৰভাষা' হিচাপে গ্ৰহণ কৰাৰ দৰে কাৰ্য, ভাৰতবৰ্ষত সম্ভৱপৰ নহয়। 'হিন্দী সম্প্ৰসাৰণ বোধ' 'হিন্দী বেল্টৰ আধিপত্য' আদি শব্দবোৰৰ ব্যৱহাৰিক প্ৰয়োগে হিন্দীভাষাৰ গ্ৰহণযোগ্যতা হ্ৰাস কৰা দেখা যায়। কোনো কোনো লোকে হিন্দীভাষাক ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰি, ইংৰাজী ভাষা প্ৰচলন সম্পূৰ্ণ ৰোধ কৰাটো বিচাৰে। জনসংখ্যা আৰু তাৰ ভাষিক বৈশিষ্ট্যৰ ওপৰোল্লিখিত ৰূপলৈ চাই এই কাৰ্য যে সম্ভৱপৰ নহয় তাক সহজেই অনুমান কৰিব পাৰি। ৰাজনৈতিক সিদ্ধান্তৰ দ্বাৰা ওপৰৰ পৰা 'জাপি দিয়া' ( Imposed ) প্ৰক্ৰিয়া ভাৰতবৰ্ষৰ দৰে দেশত সফলকাম নহ'ব। কোনো কোনো লোকে ভাৰতীয় সংবিধানে ৰাষ্ট্ৰীয় ভাষা ৰূপে স্বীকৃতি দিয়া ভাষাসমূহৰ ভিতৰৰ পৰা, ভাৰতৰ পূব, উত্তৰ আৰু দক্ষিণ অঞ্চলত প্ৰচলিত তিনিটা প্ৰধান ভাষাক ৰাষ্ট্ৰীয় ভাষা হিচাপে স্বীকৃতি দিয়াৰ কথা কব খোজে। ভাৰতবৰ্ষৰ পূব, উত্তৰ আৰু দক্ষিণ অঞ্চলৰ কথা কোৱা এই পৰামৰ্শত ভাৰতবৰ্ষৰ মধ্যাঞ্চল আৰু পশ্চিম অঞ্চলক সামৰা হোৱা নাই। সেই দুটা অঞ্চলৰ ভাষিক প্ৰতিনিধিত্ব কোনটো ভাষাই কৰিব সেই কথাও উপৰোক্ত পৰামৰ্শত পৰিস্ফুট হোৱা নাই। কোনো কোনো লোকে পৃথিৱীৰ কেতবোৰ ৰাষ্ট্ৰ, যেনে, ছুইজাৰলেণ্ডৰ উদাহৰণ দি পৰামৰ্শ

দিব খোজে যে চুইজাবলেণ্ডত জার্মান, ফৰাচী আৰু ইটালীয় এই কেইটা বাষ্ট্ৰভাষা হিচাপে প্ৰচলিত হৈ আছে। একাধিক ভাষাৰ স্বীকৃতি আৰু প্ৰচলনে চুইডিছ সকলৰ আবেগিক ঐক্য আৰু বাষ্ট্ৰীয়তা গঠনৰ ক্ষেত্ৰত কোনো প্ৰতিবন্ধকতাৰ সৃষ্টি কৰা নাই। ভাৰতবৰ্ষত সম-মৰ্যাদাসম্পন্ন, ঐতিহাসিক গুৰুত্ব থকা কেইবাটাও ভাষা প্ৰচলিত হৈ আছে। ইয়াৰ মাজৰে কোন কেইটা ভাষাক বাষ্ট্ৰভাষাৰ মৰ্যাদা দিয়া হ'ব আৰু কোন কেইটা ভাষাক দিয়া নহ'ব সেই সিদ্ধান্ত গ্ৰহণ কৰাটোও অতি সহজসাধ্য কাম নহয়। পৰামৰ্শটোত এই কথা পৰিষ্কাৰ নহয়। আমাৰ দেশত, হিন্দীভাষাক এনেবোৰ কাৰণত বাষ্ট্ৰ-ভাষাৰ স্বীকৃতি প্ৰদান কৰা হোৱা নাই। ইংৰাজী ভাষা আমাৰ দেশৰ সহযোগী চৰকাৰী ভাষা আৰু হিন্দীভাষা স্বীকৃতিপ্ৰাপ্ত চৰকাৰী ভাষা যদিও প্ৰশাসনিক আৰু উচ্চশিক্ষাৰ দৰে দিশসমূহত ইংৰাজী ভাষাই অঘোষিত অথবা অস্বীকৃত চৰকাৰী ভাষা হিচাপে মুখ্য স্থান লাভ কৰি আছিছে। হিন্দীভাষাৰ ক্ষেত্ৰত অন্যান্য ভাষা-ভাষী লোকৰ শিক্ষিত সকলৰহে পাৰস্পৰিক বোধগম্যতাহীন অৱস্থাৰ যিদৰে অভাৱ সেইদৰে ইংৰাজী ভাষাৰ ক্ষেত্ৰতো অন্যান্য ভাষাভাষী লোকৰ শিক্ষিত সকলৰহে পাৰস্পৰিক বোধগম্যতাহীন অৱস্থাৰ অভাৱ। হিন্দী-ভাষাৰ ক্ষেত্ৰত দুৰদৰ্শন কেন্দ্ৰৰ বাষ্ট্ৰীয় কাৰ্যসূচী আৰু অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰকাশিত কথিকা, গীত মাত, বাতৰি, ভাষা শিক্ষাৰ অনুষ্ঠান আদিয়ে পাৰস্পৰিক বোধগম্যতাৰ অভাৱ যিদৰে দূৰ কৰিছে ইংৰাজী ভাষাৰ ক্ষেত্ৰতো শৈক্ষিক পাঠ্যক্ৰম, প্ৰশাসনিক কাম-কাজৰ মাধ্যম আৰু উপৰোক্ত একেবোৰ কাৰকে পাৰস্পৰিক বোধগম্যতাহীন অৱস্থা সমানেই দূৰীভূত কৰিছে। শিক্ষিত লোক এজনৰ কাৰণে অভ্যস্থ হোৱা ইংৰাজী ভাষাৰ আন্তৰ্জাতিক ভূমিকা হিন্দীভাষাই কেতিয়াও পূৰণ কৰিব নোৱাৰে। "দেশীয় ভাষাই 'বাষ্ট্ৰীয় ঐক্য' গঠন কৰিব পাৰে" জাতীয় ধাৰণা নিৰ্ভুল নহয়। হোভিৰেট ইউনিয়নত

প্ৰায় ১৬২ টা ভাষাৰ প্ৰচলন স্বত্বেও এইভাষাবোৰৰ মাজতে একমাত্ৰ ৰুছ ভাষাক ৰুছীয় ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰা হৈছিল। কিন্তু ছোভিয়েট ইউনিয়নৰ ৰাষ্ট্ৰীয় ঐক্য ( National Unity )৭ ৰুছ ভাষাই অখণ্ডিত কৰি ৰাখিব নোৱাৰিলে। একাধিক ভাষাৰ প্ৰচলন থকা স্বত্বেও দুখন জাৰ্মানীয় দেশ ঐক্যবদ্ধ হৈ এখন ৰাষ্ট্ৰত পৰিণত হ'ল। 'ৰাষ্ট্ৰীয় ঐক্য' 'আবেগিক ঐক্য'—ভাষাৰ জৰিয়তে কিমান পৰিমাণে ৰক্ষিত হয় সেইটোও মনন যোগ্য এক বিষয়। ভাৰতৰ অংগৰাজ্য নাগালেণ্ডে ইংৰাজী ভাষাক ৰাজ্যভাষা হিচাপে গ্ৰহণ কৰা কাৰ্যও উপৰোক্ত ধৰণৰ এক ব্যতিক্ৰম।

৫.৯.২ ভাৰতবৰ্ষৰ সংখ্যাগৰিষ্ঠ লোকে ( প্ৰায় ২২৭,০৮,৮২৪,১৪৫ জন ) যিহেতু হিন্দীভাষা নকয় সেয়ে প্ৰশাসনিক ক্ষেত্ৰ, সামূহিক চৰকাৰী কাম-কাজ আৰু উচ্চশিক্ষাৰ দৰে কাৰ্যত ব্যৱহৃত হৈ থকা ইংৰাজী ভাষাক 'ৰাষ্ট্ৰভাষা' স্বৰূপে গ্ৰহণ কৰাৰ দিশটো বিবেচনা কৰা উচিত। সামগ্ৰিক জনআয়তনৰ ভিত্তত প্ৰচলিত, সংবিধানৰ দ্বাৰা স্বীকৃত ভাষা-সমূহৰ সৈতে সুকীয়া সুকীয়া তুলনাতহে সংখ্যাগৰিষ্ঠ, প্ৰায় ১৫,৩৭, ২৯, ০৬২ সংখ্যক লোকৰ ভাষা হিন্দীৰ পাৰম্পৰিক বোধগম্যতাৰ আংশিক স্বৰূপলৈ লক্ষ্য কৰি, ইংৰাজী ভাষাৰ সমপৰ্যায়ত্তে, অন্য এক 'ৰাষ্ট্ৰভাষা' হিচাপে গ্ৰহণ কৰাৰ দিশতো বিচাৰ কৰি চোৱাটোও বাঞ্চনীয়। ইংৰাজী আৰু হিন্দীক সমমৰ্যাদাৰে ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰিলে ভাৰতবৰ্ষৰ ভাষাসম্পৰ্কীয় সমস্যাৰ এৰ পৰিব বুলি আশা কৰিব পাৰি।

## ৫.১০ আন্তৰ্জাতিক ভাষা ( International Language )

প্ৰত্যেক ৰাষ্ট্ৰৰে ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক পৰিচয় জাপক এক বা একাধিক ৰাষ্ট্ৰভাষা১ আছে। এই ৰাষ্ট্ৰভাষাবোৰৰ

ভৱিষ্যতে ৰাষ্ট্ৰএখনৰ আভ্যন্তৰীণ আৰু জাতীয় স্তৰৰ কাম কাজ সাধিত হয় সঁচা কিন্তু এখন ৰাষ্ট্ৰই যেতিয়া অন্যান্য ৰাষ্ট্ৰ সমূহৰ (যিবোৰৰ সুকীয়া সুকীয়া ৰাষ্ট্ৰভাষা আছে) সৈতে যোগাযোগ কৰিব লগীয়া হয় তেতিয়া ৰাষ্ট্ৰভাষাই ভাৱবিনিময়ৰ কাৰ্য সাধন কৰিব নোৱাৰে। পৃথিৱীৰ প্ৰায় ডেৰশৰো অধিক ৰাষ্ট্ৰৰ প্ৰত্যেকটো ৰাষ্ট্ৰ ভাষাই পূৰ্ণ-বিকশিত, সমৃদ্ধ আৰু মৰ্যাদা সম্পন্ন ভাষা। বহল বিশ্বৰ পটভূমিকাত ৰাষ্ট্ৰসমূহৰ পাৰস্পৰিক যোগাযোগৰ মাধ্যম হিচাপে কোনটো ভাষাক ব্যৱহাৰ কৰা হ'ব সেই কথা নিৰ্ধাৰণ কৰাটো কঠিন। আন্তৰ্জাতিক ভাষা হিচাপে আনুষ্ঠানিক স্বীকৃতিৰ প্ৰশ্ন উত্থাপিত হ'লে, বিশ্বৰ প্ৰায় ডেৰশৰো অধিক ৰাষ্ট্ৰৰ সকলোবোৰ ভাষাৰ প্ৰশ্ন উপস্থাপিত নহ'লেও সমমৰ্যাদাৰ একেধৰণৰ সমৃদ্ধ ভাষা ইংৰাজী, ৰুচীয়, ফৰাচী, জাৰ্মানী, চীনা আদিৰ নাম উপস্থাপিত নোহোৱাকৈ নাথাকে। সেয়ে স্বাভাৱিক ভাৱেই, ব্যৱহৃত কোনোটো ভাষাই আন্তৰ্জাতিক ভাষা হিচাপে স্বীকৃতি পোৱা নাই। এসময়ত বিশ্বৰ প্ৰায়বোৰ দেশতে বাণিজ্যিক সম্পৰ্ক স্থাপিত কৰা, বিশ্বৰ প্ৰায়বোৰ দেশকে শাসন কৰা ইংৰাজসকলৰ প্ৰভাৱত, পৃথিৱীৰ প্ৰায়বোৰ দেশতে প্ৰচলিত ইংৰাজী ভাষাই সম্প্ৰতি আন্তৰ্জাতিক ভাষাৰ স্থান পৰম্পৰাগতভাৱে অধিকাৰ কৰিছে। আন্তৰ্জাতিক পৰিসৰত যোগাযোগৰ কাৰণে এটা যোগাযোগৰ উপযোগী উন্নত ভাষাৰ যে প্ৰয়োজন সেইবিষয়ে গৱেষক চিন্তাবিদসকলে চিন্তা নকৰা নহয়। কোনো কোনো লোকে প্ৰাচীন, ঐতিহ্য মণ্ডিত আৰু মৰ্যাদাসম্পন্ন ভাষা লেটিন (Latin)ৰ পুনৰ প্ৰচলন কৰি, তাৰ দ্বাৰাই আন্তৰ্জাতিক বা আন্তঃৰাষ্ট্ৰীয় ভাষাৰ কাম সম্পাদন কৰাৰ সপক্ষে মত পোষণ কৰিছিল। জনসাধাৰণে নোকোৱা, অপ্ৰচলিত 'মৃত ভাষা' এটাৰ পুনৰ প্ৰচলনৰ কাৰণে চলোৱা প্ৰচেষ্টাৰ বিপৰীতে কেইজনমান লোকে কৃত্ৰিম ভাষা কেইবোৰ সৃষ্টিৰ ভৱিষ্যতে আন্তৰ্জাতিক

ভাষাৰ অভাৱপূৰণৰ চেষ্টা কৰিলে। এনেদৰে কৃত্ৰিম ভাষা সৃষ্টিৰ কাৰণে যিসকল লোকে চেষ্টা কৰিছিল সেইসকলৰ ভিতৰত দাৰ্শনিক ডেকাৰ্ট (Descartes), জাৰ্মান মনিষী শ্লেয়ৰ (Schleyer), আৰু পোলেণ্ডৰ চকু চিকিৎসক ড এল এল ঝমেনহফ্‌ৰ নাম উল্লেখযোগ্য। অন্যান্য গৱেষক পণ্ডিত সকলেও যে এই বিষয়ক চিন্তা মনবাটে থকা নাছিল তেনে নহয়, এনে বহুতোৰ প্ৰচেষ্টা কোনো ক্ষেত্ৰত সামূহিক আৰু কোনো ক্ষেত্ৰত আছিল একক। এনেবোৰ প্ৰচেষ্টাৰ ফলতেই, Antido Occidental, Novial, Ido, Idiom Neutral, Latino sine Flexione Universala Parla, Trater, Spokil, Kosmos আদি কৃত্ৰিম আন্তৰ্জাতিক ভাষাৰ সৃষ্টি হয়। জাৰ্মান মনিষী শ্লেয়ৰ (Schleyer) এ পৰিকল্পনা কৰা আন্তৰ্জাতিক ভাষাৰ নাম আছিল 'Volapuk'। পোলেণ্ডৰ চকুচিকিৎসক ডা ঝমেনহফ্‌ (Dr L L Zamenhof) এ (১৮৫৯-১৯১৭) পৰিকল্পনা কৰা কৃত্ৰিম ভাষাৰ নাম আছিল 'এছপিৰেণ্টো'। এতিয়ালৈকে সৃষ্ট আটাইবোৰ কৃত্ৰিম আন্তৰ্জাতিক ভাষাৰ ভিতৰত ডা ঝমেনহফ্‌ সৃষ্ট 'এছপিৰেণ্টো' (Esperanto) ভাষাই সৰ্বশ্ৰেষ্ঠ আৰু গঠনাত্মক দিশৰপৰা সহজ সৰল ৰূপৰ।

৫ ১০ ১ ডা ঝমেনহফে তেওঁৰ প্ৰায় ২৮ বছৰ বয়সত 'এছপিৰেণ্টো' ভাষাৰ পৰিকল্পনা কৰি উলিয়াইছিল। পেশাগতভাৱে চকুচিকিৎসক যদিও তেওঁৰ আগ্ৰহ ভাষা বিজ্ঞানৰ প্ৰতিহে আছিল। প্ৰায়বোৰ প্ৰধান প্ৰধান ভাৰত ইউৰোপীয় পৰিয়ালৰ ভাষাকে ডা ঝমেনহফে ক'ব আৰু লিখিব পাৰিছিল। ভাৰত ইউৰোপীয় ভাষাপৰিয়ালৰ ভাষাবোৰক আধাৰ হিচাপে লৈ, ভাষাৰ যোগাত্মক অশ্লিষ্ট (Agglutinating) ৰূপৰ অনুকৰণত প্ৰায় যোল্লটা মৌলিক সূত্ৰ বা ব্যাকৰণিক নিয়মৰ উদ্ভাৱন কৰিছিল। ধ্বনিতাত্ত্বিক বিশ্লেষণ কৰি চাৰো

চালে দেখা যায় যে ১ 'এছপিৰেণ্টো ভাষাত স্বৰ ('Vowel ) আৰু ব্যঞ্জন ( Consonant ) এই দুয়োশ্ৰেণীৰ ধ্বনি ব্যৱহৃত হয়। ইয়াৰে ভিতৰত ২৪ টা ব্যঞ্জন আৰু ৫ টা স্বৰধ্বনি। দ্বিত স্বৰ বা দ্বিত্ব ব্যঞ্জনৰ ব্যৱহাৰ এই ভাষাত নাই। ২ প্ৰতিটো স্বৰ ধ্বনিয়েই একো একোটা অক্ষৰ (Syllable)। দুটা বা তিনিটা স্বৰধ্বনি নিকটস্থানীয় হ'লেও, প্ৰতিটো স্বৰধ্বনিয়েই অক্ষৰৰূপে ব্যৱহৃত হয়। ৩ এই ভাষাৰ ধ্বনিলিপি আন্তৰ্জাতিক ধ্বনিলিপি ( International Phonetic Alphabet ) ৰ অনুকৰণত প্ৰস্তুত কৰা। ৰূপতাত্ত্বিক বিশ্লেষণৰ পৰা দেখা যায় প্ৰতিটো শব্দই ইয়াৰ লিখিত ৰূপ অনুসৰি উচ্চাৰিত হয়। বিভিন্ন ভাষাৰ গঠন পদ্ধতি তথা শব্দভাণ্ডাৰৰ বিশ্লেষণপূৰ্বক, নিৰ্বাচন কৰা কেতবোৰ ধাতুৰ সৈতে প্ৰত্যয় আৰু বিভক্তিৰ সংযোগেৰে নতুন নতুন শব্দৰ সৃষ্টি কৰা হৈছিল। ` ধ্বনি সংযোগৰ দ্বাৰা গঠন কৰা ৰূপ বোৰ অতি বিধিবদ্ধ আৰু উচ্চাৰণ ভিত্তিক। যেনে ইংৰাজী ভাষাৰ 'Celtic' শব্দৰ উচ্চাৰণ / Keltik / কিন্তু 'Cement' শব্দৰ উচ্চাৰণ / Siment , তেনেদৰে অসমীয়া ভাষাৰ 'গ্ৰন্থ', 'ষষ্ঠ' 'সুস্থ' আদি শব্দৰ লিখিত ৰূপ উচ্চাৰণ ভিত্তিক নহয়। 'এছপিৰেণ্টো' ভাষাত এই বৈপৰীত্যৰ অভাৱ। যেনে Libro– কিতাপ লিব্ৰ, Frato—ভাই ব্ৰেট' ইত্যাদি। ১ শব্দৰূপ আৰু ধাতুৰূপ, লিঙ্গভেদ, বচন আদিৰ ক্ষেত্ৰত অন্যান্য ভাষাত পৰিলক্ষিত হোৱা জটিলতা এছপিৰেণ্টো ভাষাত নাই। যোল্লটা মৌলিক নিয়মেই এই ভাষাৰ সংক্ষিপ্ত ব্যাকৰণ। ৩ বিশেষ্য শব্দবোৰ সদায় O কাৰান্ত। যেনে Tablo, Libro, Kalo ইত্যাদি। ২. বহুবচন বুজাবৰ কাৰণে—j প্ৰত্যয় সংযোগ কৰা হয়। যেনে : Tabloj ( টেবুলবোৰ ) Libroj ( কিতাপবোৰ ) Katoj ( মেকুৰীবোৰ ) ৪. ভাষাটোৰ একমাত্ৰ নিৰ্দিষ্টতাবাচক প্ৰত্যয় হ'ল—la। অনিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ সৃষ্টি কৰা হোৱা নাই।

৫ বিশেষণ শব্দবোব—a কাবান্ত, যেনে : guanda—ডাঙৰ, Larga nova নতুন ইত্যাদি। ৬ ক্রিয়া বিশেষণ ( adjectives of verbs i e Adverbs ) বোব—e কাবান্ত, যেনে : repide—খৰকৈ। ৭ ক্রিয়া ( verb ) বোবব পুরুষ ( person ) আৰু বচন ( Number ) অনুসবি রূপাত্মক পবিবর্তন নঘটে। ৮ ধাতুরূপব ( Conjugation of verb ) ক্ষেত্রত বর্তমান কালত, ধাতুব পিছত—as যোগ কৰা হয়। অতীত কাল বুজাবলৈ ধাতুব পিছত—is আৰু ভবিষ্যত কাল বুজাবলৈ—os ব ব্যৱহাব কবা হয়। ৯ কাবক ( case ) ব ক্ষেত্রত কর্তাকাবক ( Nominative case ) আৰু কর্মকাবক ( Objective case ) উভয়বেই ব্যৱহাব কবা হৈছে। ১০ পূর্ব-প্রত্যয় ( Prefix আৰু পব-প্রত্যয় ( Suffix ) বোব বিশেষ্য শব্দ অথবা ধাতুব লগত যোগ কবি বিভিন্ন ধবণব শব্দ সৃষ্টি কৰিব পবা যায়। ১১ প্রধান সংখ্যাবাচক শব্দবোব হৈছে—Unu, du, tri, ses, sep, cent, mil ইত্যাদি। শব্দভাণ্ডাব ( vocabulany ) ব দিশত দেখা যায় যে অন্যান্য প্রচলিত ভাষাসমূহতকৈ এই ভাষাব শব্দভাণ্ডাব অতি ক'ম। ডা ঝমেনহফে ভাবত-ইউবোপীয় আৰু অন্যান্য পবিয়ালব ভাষাব শব্দ সম্ভাব অধ্যয়ণ কবি, তাব অনুশীলনব জবিয়তে কেতবোব নতুন নতুন শব্দব সৃষ্টি কবিছিল। কোনো কোনো ভাষা বিজ্ঞানীব মতে, 'এছপিবেণ্টো' ভাষাব শব্দসম্ভাব অন্যান্য যিকোনো সমৃদ্ধ, মর্যাদাসম্পন্ন ভাষাব শব্দসম্ভাবব প্রায় এক-দশমাংশ।

* পৃ° ২ " আন্তর্জাতিক ভাষা হিচাপে 'এছপিবেণ্টো' ভাষাব প্রচাবব বাবে সমগ্র পৃথিৱীত বহুতো সংস্থা আছে। আমাব ভাবতবর্ষব Indian Institute of Esperanto, New Delhi-1, ব জবিয়তে এছপিবেণ্টো ভাষা প্রচাবব চেষ্টা কবা হৈছে। ১৯২০ চনত গঠিত বিশ্ব মিলিত বাষ্ট্রসমূহব আন্তর্জাতিক অনুষ্ঠান জাতিসংঘ ( League of Nations )

ই এই ভাষাৰ প্ৰচাৰৰ কাৰণে আনুষ্ঠানিক ভাৱে বিশ্ববাসীক আহ্বানো জনাইছিল। এই ভাষাত বিভিন্ন প্ৰচাৰপত্ৰ, আলোচনী, কিতাপ-পত্ৰ আদিও প্ৰকাশ কৰা হৈছে। Esperanto Association এই ভাষা প্ৰচাৰৰ এক বিশ্ব সংগঠন। পৃথিৱীৰ বহু ভাষা বিজ্ঞানীয়ে এই ভাষা অধ্যয়নো কৰিছে। কিন্তু, বিভিন্ন জনৰ প্ৰচেষ্টা স্বত্বেও এছপিৰেণ্টো ভাষাই আন্তৰ্জাতিক ভাষাৰ স্থান ল'ব পৰা নাই। ইয়াৰ মুখ্য কাৰণ হ'ল আন্তৰ্জাতিক বা বিশ্বভাষাৰ স্থান ল'ব পৰাকৈ এই ভাষাৰ বিস্তৃতি আৰু সামাজিক গুৰুত্বৰ অভাৱ। গাথনিক দিশৰ পৰা এই ভাষা সহজ-অজটিল হ'লেও এই ভাষা কোৱা বা ব্যৱহাৰ কৰা ভাষা সম্প্ৰদায়ৰ অভাৱ। পাৰস্পৰিক যোগাযোগ আৰু ভাৱ বিনিময়ৰ মাধ্যম হিচাপে মানুহে ব্যৱহাৰ নকৰা, কেৱল লিখিত ৰূপতহে পোৱা ভাষা এটা সজীৱ আৰু গতিশীল হ'ব নোৱাৰে। কৃত্ৰিম ভাৱে সৃষ্ট 'এছপিৰেণ্টো' ভাষা গ্ৰহণ কৰা কোনো দেশো এতিয়ালৈকে ওলোৱা নাই। মনকৰিবলগীয়া কথা এয়ে যে আন্তৰ্জাতিক ভাষাৰ উদ্দেশ্যেৰে সৃষ্টি কৰা এছপিৰেণ্টো আৰু অন্যান্য ভাষাবোৰতকৈ স্বাভাৱিক ভাৱে সৃষ্ট আৰু সামাজিক-বাণিজ্যিক গুৰুত্ব তথা সাহিত্যিক সমৃদ্ধি থকা ইংৰাজী ভাষা, কোনো সস্থা বা সংগঠনৰ উদ্যোগ অবিহনেই সৰ্বজন গ্ৰহনীয় এক বিশ্বভাষালৈ পৰিবৰ্ত্তিত হৈছে। দ্বিতীয় মহাযুদ্ধ পূৰ্বৰ বৃটিছ সাম্ৰাজ্য আৰু ইয়াৰ সামাজিক-শৈক্ষিক আৰু বাণিজ্যিক দিশৰ বিশ্বজোৰা প্ৰভাৱেই হয়তো এই ভাষাক আন্তৰ্জাতিক ভাষাৰ স্থান প্ৰদান কৰিছে। অন্যান্য ভাষা বোৰৰ তুলনাত ইংৰাজী ভাষাৰ গঠন-পদ্ধতিও অতি সহজ অজটিল। তদুপৰি সমগ্ৰ বিশ্বতে ইংৰাজী ভাষা কোৱা লোকৰে এক বিশ্বভাষা সম্প্ৰদায় গঠিতও হৈছে। ইংৰাজী ভাষাৰ দৰে স্বাভাৱিক ৰূপত গঢ়ি উঠা আন্তৰ্জাতিক ভাষাৰ স্থান, কৃত্ৰিমভাৱে সৃষ্ট, মানুহে আৰম্ভ কৰি বোলোৱা, লিখিত ৰূপ অন্যান্য

পূৰণ কৰাটো সহজসাধ্য নহয়।* আন্তৰ্জাতিক ভাষা হিচাপে ইংৰাজী ভাষাই সৰ্বতোদিশৰে পৰা উত্তম আৰু সৰ্বজন গ্ৰহণীয় হোৱা উচিত।

৫.১১ জীৱিত আৰু মৃতভাষা

পাৰস্পৰিক যোগাযোগ আৰু ভাৱবিনিময়ৰ অৰ্থে কোনো এখন সমাজে অথবা ভাষা সম্প্ৰদায়ে ব্যৱহাৰ কৰি থকা ভাষাই হ'ল জীৱিত ভাষা। ভাষা সম্প্ৰদায়ে কথিত আৰু লিখিত এই দুয়োটা ৰূপৰ ব্যৱহাৰ কৰি ভাষাটোক গতিশীল তথা প্ৰাণৱন্ত কৰি ৰাখিব পাৰে অথবা ভাষাটোৰ কেৱল কথ্যৰূপটোৰ ব্যৱহাৰ কৰি থাকিব পাৰে। অসমৰ বড়ো, মিচিং আদি ভাষাসমূহ আজি কেইদশকমানৰ আগলৈকে কথ্যৰূপতহে জীৱন্ত হৈ আছিল। জনসাধাৰণে ভাষাৰ ব্যৱহাৰ নকৰিলে কেৱল তাৰ লিখিত ৰূপটোৰ স্বাভাৱিক প্ৰয়োগ অধিক কাললৈ প্ৰচলিত হৈ নাথাকে। তেনেদৰে, কোনো এটা ভাষা সেই ভাষা কোৱা সম্প্ৰদায়ে যদি ক'বলৈ এৰি পেলায়, সেইভাষাৰে যদি পাৰস্পৰিক যোগাযোগৰ কাৰ্য সাধিত নহয় তেনেহ'লে সেই ভাষাক মৃতভাষা বুলি কোৱা হ'ব। সংস্কৃত, লেটিন আদি ভাষাৰ শৈক্ষিক বা গৱেষণামূলক কামৰ বাহিৰে অন্যত্ৰ প্ৰয়োগ নহয়। এসময়ৰ কথ্য আৰু লিখিত ভাষা সংস্কৃত সম্প্ৰতি দৈনন্দিন ভাৱবিনিময়ৰ অৰ্থে ব্যৱহৃত নহয়। প্ৰাচীন ঐতিহ্য থকা, সমৃদ্ধ আৰু মৰ্যাদা সম্পন্ন ভাষাবোৰ প্ৰাচীন কালৰ ইতিহাস, সমাজতত্ত্ব, জ্ঞান বিজ্ঞানৰ অধ্যয়ন পুৰাতত্ত্ব আদিৰ জ্ঞানৰ বাবে অতি অত্যাৱশ্যকীয় সমল।

---

* Taraporewala Elements of the science of Language p 533
Cresswell, John & Hatley John Esperanto, (1970),
Pei, M. A. The world's chief Languages, (1961),
গোস্বামী, উপেন্দ্ৰ নাথ : ভাষাবিজ্ঞান—গ্ৰন্থ 'আন্তৰ্জাতিক ভাষা'ৰ আলোচনা- হেতু দ্ৰষ্টব্য।

এনেবোৰ ভাষাত ৰচনা কৰা বিভিন্ন শাখাৰ গ্ৰন্থ আধুনিক সমাজৰ বাবে অধ্যয়ণমূলক দিশৰ পৰাও অতি গুৰুত্বপূর্ণ। দৈনন্দিন জীৱনৰ ভাৱবিনিময়ৰ কাৰ্যত যিবোৰ ভাষাৰ ব্যৱহাৰ কৰা নহয় অথচ জ্ঞানান্বেষণৰ অৰ্থে বিদ্যায়তনিক দিশত ইয়াৰ চৰ্চা কৰি থকা হয়, এনেবোৰ মৃতভাষা ( Dead Language ) ক কোনো কোনো ভাষাবিজ্ঞানীয়ে 'পুথিভড়ালৰ ভাষা' ( Library Language ) বুলিও অভিহিত কৰিছে।

## ৫.১২ মিশ্ৰিত ভাষা ( Mixed Language )

একাধিক ভাষা সম্প্ৰদায়ৰ লোকে ব্যৱসায়িক অথবা অন্যান্য প্ৰয়োজনত ওচৰাওচৰিকৈ বসবাস কৰিলে ভিন ভিন ভাষাৰ মিশ্ৰনত পৰস্পৰৰ বোধগম্য হোৱাকৈ এক কৃত্ৰিম, নিম্নমানৰ ভাষাৰ সৃষ্টি হয়। পাৰস্পৰিক যোগাযোগৰ অৰ্থে বিভিন্ন ভাষাৰ মিশ্ৰনত সৃষ্টি হোৱা এনেধৰণৰ ভাষাক মিশ্ৰিত ভাষা বোলা হয়। একাধিক ভাষাৰ ভিতৰত, কোনো এটা ভাষাৰ ধ্বনি, ৰূপ ৰচনা, বাক্যগঠনৰ আৰ্হিৰ ভিত্তিত অন্যান্য ভাষাসমূহৰ শব্দসম্ভাৰৰ নিৰ্বিৰোধ মিশ্ৰণ ঘটিব পাৰে। কেতিয়াবা কোনো এটা ভাষাৰ শব্দ সম্ভাৰক আধাৰ হিচাপে লৈ অন্যান্য ভাষাসমূহৰ ভিন্নধৰণৰ গঠন-পদ্ধতিৰ মিশ্ৰণ ঘটা দেখিবলৈ পোৱা যায়। সাধাৰণতে অতি কম সময়ৰ কাৰণে একাধিক ভাষাভাষী লোকে অস্থায়ীভাৱে থাকি কোনো কাৰ্য সম্পাদন কৰিব লগীয়া হ'লে পাৰস্পৰিক আদান প্ৰদান কাৰ্যত ভিন্নভাষাৰ মিশ্ৰণ ঘটে। কোনো স্থানত মিলিত হোৱা বিভিন্ন ভাষাভাষী ব্যৱসায়ীৰ দল, ভিন্নভাষী শ্ৰমিকৰ গোট, ভ্ৰমণকাৰীৰ দল অথবা একেটা পৰিয়ালত বাসকৰা লোক ভিন্নভাষী হ'লেও মিশ্ৰিত ভাষাই গঢ় ল'ব পাৰে। এনেধৰণৰ মিশ্ৰিত ভাষাৰ ভৱিষ্যতে সম্পাদিত হোৱা কাম-কাজ নিৰ্দিষ্ট সময়াধীন। পৃথিৱীৰ বিভিন্ন স্থানত প্ৰচলিত মিশ্ৰিত ভাষাসমূহৰ

ভিতৰত—'বীচ-লা মাৰ' (Beach-La-Mar/Beche-La-Mar), 'পিজিন' বা 'পিজিন' ইংৰাজী (Pidgin / Pidgin English), 'চিনুক' (Chinook) আদি ভাষাৰ নাম উল্লেখযোগ্য।

৫.১২.১ প্ৰশান্ত মহাসাগৰৰ পশ্চিম অঞ্চলত প্ৰচলিত ইংৰাজী ভাষাৰ সৈতে একাধিক ভাষাৰ সংমিশ্ৰণ ঘটি 'বীচ-লা-মাৰ' ভাষাৰ উদ্ভৱ হৈছে। মূল ইংৰাজী ভাষাৰ কথ্যৰূপৰ সৈতে সংমিশ্ৰিত হোৱা অন্যান্য ভাষাসমূহ হ'ল পৰ্তুগীজ আৰু স্পেনীছ্ (Spanish)। ইংৰাজী ভাষাৰ ভঙা ধৰণৰ ৰূপ (Broken English) ৰ সৈতে মিশ্ৰিত হোৱা, অন্যান্য ভাষাবোৰৰ সৃষ্ট শব্দসংখ্যা অতি কম। শব্দবিলাকৰ কাৰক আৰু বিভক্তি অনুযায়ী কোনো পৰিবৰ্ত্তন নহয়। পুংলিঙ্গ আৰু স্ত্ৰীলিংগ অনুসৰি ৰূপৰ প্ৰভেদ দেখা নাযায়। ক্ৰিয়াৰূপৰ বিভিন্ন কালৰ পৰিবৰ্ত্তন তথা পুৰুষৰ ৰূপভেদো পোৱা নাযায়। বচন (number) ৰ ক্ষেত্ৰত একবচন আৰু বহুবচনৰ ৰূপ পৃথক পৃথক ভাৱে পোৱা নাযায়। কেতিয়াবা কোনো বিশেষ শব্দৰ সংযোগত একবচন আৰু বহুবচনৰ ৰূপ গঠন কৰা হয়। যেনে মই—me, আমি—me tow fella। ক্ৰিয়াৰূপৰ ক্ষেত্ৰত 'সি খাইছে—He kaikai, সামগ্ৰিক অৰ্থত 'সি আটাইবোৰ খাইছে – He kaikai all finish [৮০] আদি ৰূপৰ প্ৰচলন আছে। ইংৰাজী ভাষাৰ 'News paper', Blue paint' আদি শব্দ 'বীচ-লা-মাৰ' ভাষাৰ 'Bulopenn', 'Nusipepa' ধৰণৰে উচ্চাৰিত হয়। কেতিয়াবা কোনো বিশেষ অৰ্থ বুজাবলৈ, একাধিক শব্দৰ সংযোগো ঘটোৱা দেখা যায়। যেনে: 'পিয়ানো'—'Big fellow bokus you fight him he cry'।[৮১] পিয়ানো শব্দটোৰ অৰ্থ ব্যক্তিত কৰিবলৈ অন্যান্য ৮ টা শব্দৰ সংযোগ কৰা

---

৮০ সেন, ড° সুকুমাৰ : ভাষাৰ ইতিবৃত্ত ১০-১১

৮১. কাকতী ড° বাণীকান্ত : অসমৰ ভাষা ১৪৭

হৈছে। ইংৰাজীৰ Box ( বাকচ ) শব্দ 'বাঁচ-বা মাৰ'ত হৈছেগৈ Bokus ভাষাটোৰ গঠন প্ৰণালী অজটিল, শব্দসংখ্যা বা শব্দসম্ভাৰো সীমিত।

৫ ১২ ২ সমগ্ৰ বিশ্বজুৰি বৃটিছসকলৰ বাণিজ্যিক পৰিসৰ বৃদ্ধি হোৱাৰ লগতে বৃটিছ কথিত ইংৰাজী ভাষাৰো, আনুষংগিকভাৱে প্ৰসাৰ ঘটিছিল। ইউৰোপীয় ব্যৱসায়ীসকলৰ দ্বাৰা খৃ অষ্টাদশ শতিকাত ইংৰাজী ভাষাৰ বিস্তাৰ চীনদেশ পৰ্যন্ত হৈছিল। ব্যৱসায়িক প্ৰয়োজনীয়তাৰ ফলস্বৰূপেই ইংৰাজীভাষা আৰু চীনা ভাষা সংমিশ্ৰিত হৈ 'পিজিন ইংৰাজী ভাষাৰ ( Pidgin English ) সৃষ্টি হৈছিল। বৰ্তমান ইংৰাজী ভাষাত সোমাই পৰা 'Pidgin' শব্দটো চীনদেশত উদ্ভব হোৱা চীনীয় পিজিন ইংৰাজী ( Chinese pidgin English ) ভাষাৰ পৰা অহা। 'পিজিন ইংৰাজী' ভাষাত আকৌ ইংৰাজী ভাষাৰ Business' শব্দটোৰ পৰাই 'Business>pidgin' শব্দটোৰ সৃষ্টি হৈছিল ( Beijing>Peishing )। পাৰস্পৰিক বোধগম্যতা একেবাৰেই নথকাৰ ফলত হয়তো চীনা ব্যৱসায়ীসকলে বুজি পাবৰ কাৰণে ইউৰোপীয় ব্যৱসায়ী সকলে শিশুসুলভ কোমলভাৱে ভঙা ভঙা (Broken) কোমল উচ্চাৰণৰ ইংৰাজীৰ দ্বাৰা ভাৱবিনিময়ৰ প্ৰযত্ন কৰিছিল। ইয়াৰ বিপৰীতে হয়তো, চীনা ব্যৱসায়ী বা স্থানীয় লোকসকলে একেই শিশুসুলভ সৰলতাৰ দ্বাৰা ইতিমধ্যেই বিকৃতৰূপে উচ্চাৰিত হোৱা ( Broken English ) ইংৰাজী ভাষাৰ প্ৰত্যুত্তৰত ভঙা ভঙা চীনাভাষাৰে আদান-প্ৰদান ঘটাইছিল। সময়ৰ পৰিবৰ্তনৰ লগে লগে এনেধৰণৰে ভাৱৰ আদান প্ৰদান ঘটোৱা ছুৱোটা ভঙা ভঙা উচ্চাৰণৰ, নিয়মানৰ ভাষাৰ মিশ্ৰণসৃষ্ট ৰূপটো ভাষাৰ দৰেই স্বীকৃত হ'লগৈ। আৰু তেনেদৰেই সৃষ্টি হ'লগৈ—পিজিন ইংৰাজীৰ। পিজিন ইংৰাজীৰ কোনো নিৰ্দিষ্ট ভাষা সম্প্ৰদায় পোৱা নাযায়। উচ্চাৰণৰ বিভিন্ন প্ৰকাৰৰ ভেদৰ ফলত ধ্বনিতাত্বিক কোনো বিধিবদ্ধ

ৰূপ পোৱা নাযায়। নিজৰ শব্দসম্ভাৰ অতি সীমিত। মিশ্ৰণৰ ফলত সৃষ্ট এনেধৰণৰ মিশ্ৰিত ভাষাবোৰৰ শব্দসম্ভাৰৰ বৰ্ধন ভাষাগত ধাৰণা জৰিয়তেহে হ'ব পাৰে। ব্যৱসায়িক দিশৰ লগত জড়িত বাৰ্তালাপ, ভিন্ন ভাষী লোকৰ একে পৰিয়ালত বসবাস আদিৰ কাৰণে কথা ভাষাপ্ৰয়োগ তৎসংশ্লিষ্ট ক্ষেত্ৰ সমূহৰ দৰেই সীমিত থকাটো শব্দ সম্ভাৰৰ স্বাভাৱিক বৃদ্ধি নোহোৱাৰ অন্য এক কাৰণ। 'পিজিন ইংলিছ' জাপান, কালিফৰ্ণিয়া, মেলানেছীয়া আদি ঠাইতো প্ৰচলিত। এইবোৰ ঠাইত স্থানীয় ভাষাৰ সৈতে ইংৰাজী ভাষাৰ মিশ্ৰণ ঘটিছে। মেলানেছীয়ান পিজিন ইংৰাজীয়ে সম্প্ৰতি উমৈহতীয়া ভাষাৰ ৰূপ পৰিগ্ৰহণ কৰিছে। 'চীনীয় পিজিন ইংৰাজীৰ' এটা উদাহৰণ ঃ তুমি ভালে আছা ?— You belong ploper ? ইংৰাজী ভাষাৰ R ধ্বনিৰ ঠাইত চীনা ভাষাত R ধ্বনিৰ ব্যৱহাৰ নথকাত L ধ্বনিৰ ব্যৱহাৰ হৈছে। তেনেদৰে, ইংৰাজীৰ Have পিজিন ইংৰাজীত Hap অথবা Hab

৫ ১২ ৩ আমেৰিকা যুক্তৰাষ্ট্ৰৰ আদিম ভাষা নুট কা চিনুক ভাষাৰ সৈতে ইংৰাজী ভাষাৰ মিশ্ৰণৰ ফলত চিনুক ( Chinook ) ভাষাৰ সৃষ্টি হৈছে। ই প্ৰধানত . বাণিজ্যিক লেন-দেনৰ হেতু ব্যৱহৃত ভাষা আছিল। চিনুক ভাষাৰ [৮২] উদাহৰণ : শুকান=ক্ৰোন, তিনি=ৎলোই আদি। চিনুক ভাষাৰ প্ৰচলন সম্প্ৰতি নাই।

৫ ১২ ৪ ব্যৱসায়িক তথা অন্যান্য ক্ষেত্ৰতে মিশ্ৰিত ভাষা আবদ্ধ হৈ নাথাকি যেতিয়া স্বাভাৱিক ভাষাৰ ৰূপ লয় তেতিয়া তাক ক্ৰেওলীয় ( Creoliyed ) ভাষা বোলা হয়। মিশ্ৰিত ভাষা ব্যৱহাৰ কৰি থকা লোকসকলৰ পাৰস্পৰিক যোগাযোগ স্থায়ী ধৰণৰ হ'লে লাহে লাহে ভাষাটোৰ পৰিনিষ্ঠিত ( Standardiged ) বৈয়াকৰণিক ৰূপ, ধ্বনিৰ প্ৰণালী, শব্দভাণ্ডাৰ আদিয়ে গঢ় লৈ উঠে। মিশ্ৰিত ভাষা

---

৮২ শ, ড° ৰামেশ্বৰ, সাধাৰণ ভাষাবিজ্ঞান আৰু বাংলাভাষা ঃ পৃঃ ৩৯০

ব্যৱহাৰ কৰি থকা লোকসকলৰ পৰৱৰ্ত্তী পীঢ়ী ( generation )ৰে অন্যান্য ভাষাবোৰৰ তুলনাত নিয়মানৰ ভাষাটোৰ ক্ৰম-বিকশিত ৰূপ-টোক প্ৰথম ভাষাৰ দৰে ব্যৱহাৰ কৰিব পাৰে। তেনেস্থলত ভাষাটোৱে মৰ্যাদাসম্পন্ন ৰূপ এটা নাথাকিলেও অন্য মিশ্ৰিত ভাষাবোৰতকৈ এক পৃথক ৰূপ সি পৰিগ্ৰহ কৰিব। ফৰাচী ভাষাৰ আধাৰত গঢ় লোৱা 'মৰিছাছ ক্ৰেঅ'ল' ( Mauritius creole ) এনে এক ক্ৰেঅ'লীয় ভাষা। মৰিচাছ অঞ্চল বহুবছৰ ফৰাচী সকলৰ অধীনত আছিল। ফৰাচী সকলে অনা নিগ্ৰো দাস ( Slave ) সকলৰ ভাষাৰ সৈতে ফৰাচী ভাষাৰ মিশ্ৰণত 'মৰিচাছ ক্ৰেঅ'ল'ৰ সৃষ্টি হৈছিল। 'মৰিচাছ ক্ৰেঅল'ৰ ব্যাকৰণ আদিয়ে সম্প্ৰতি বিধিবদ্ধ ৰূপ পৰিগ্ৰহ কৰিছে। ইংৰাজী ভাষাৰ আধাৰত গঢ়ি উঠা আফ্ৰিকাৰ দাস সকলৰ 'নিনগ্ৰে টঙ্গ' ( Ningre Tongo ) আৰু 'জু টোঙ্গো' ( Jew Tongo ) এনে ধৰণৰ দুবিধ ক্ৰেঅলীয় ভাষা। ওপৰোল্লিখিত ( ৫ ১২ ২ ) মেলা-নেছীয়ান পিজিন ইংৰাজীও এনেধৰণৰ এক ক্ৰেঅলীয় ভাষা। উত্তৰ আমেৰিকাত এভিয়াও প্ৰচলিত 'হাইটিয়ান ফৰাচী' ( Haitian French ) ভাষাও এনে এবিধ ক্ৰেঅল ভাষা। উত্তৰ আমেৰিকাৰ জামাইকা ( Jamaica ) দেশৰ মিশ্ৰ ইংৰাজীৰ ক্ৰেঅ'লীয় ৰূপ এনেধৰণৰ 'Well, mother he said I want him to hear me and know me (English) 'Him sed wel Ma Mi Want im h'e mi an nuo mi' ( Creole )। একাধিক ভাষাৰ সঘন সংযোগৰ ফলত, ভিন্ন ভাষাৰ ভিন্ন উপাদানৰ নিৰ্বিৰোধ মিশ্ৰণত গঢ় লোৱা ভাষাটোৰ 'স্বাভাৱিক' ( natural ) ৰূপেই হৈছে ভাষাৰ ক্ৰেঅ'লীয় ৰূপ।

৫.১২ ৫ মিশ্ৰিতভাষা, ভাষাৰ পূৰ্ণ বিকশিত ৰূপ নহয়। ইয়াৰ গঠন পদ্ধতিৰ কোনো বিধিবদ্ধ ৰূপ পোৱা নাযায়। ভিন্ন ভাষাৰ পাৰস্পৰিক বোধগম্যতা নথকা অৱস্থাত, আদান প্ৰদানৰ অৰ্থে, পাৰস্পৰিক বোধ-

সহ্যতা গঢ়ি তোলাৰ প্ৰয়াসৰ ফলস্বৰূপেই সৃষ্টি হোৱাৰ ফলত মিশ্ৰিত ভাষাৰ গঠন পদ্ধতি অজটিল। স্বাভাৱিকভাৱেই ইয়াৰ ব্যৱহাৰিক প্ৰকাশ ভঙ্গীত মূৰ্ত্তভাৱৰ প্ৰকাশৰ অৰ্থে শিশুৱে ব্যৱহাৰ কৰা বাক্য-সাধনিক সৰলতা ( Baby talk ) পৰিস্ফুট হয়। মিশ্ৰিত ভাষাৰ ব্যৱহাৰ উমৈহতীয়া ভাষা ( Lingua franca ) ৰ দৰে হ'ব পাৰে। কোনো এক স্থানত বসবাস কৰা জনসাধাৰণৰ দ্বিভাষিকতা ( Bilingualism ) ৰ ফলত অথবা বহুভাষিকতা ( Polyglottism ) ৰ ফলস্বৰূপে মিশ্ৰিত ভাষাৰ সৃষ্টি হ'ব পাৰে। আধুনিক ভাৰতীয় ভাষা সমূহৰ ভিতৰতো মিশ্ৰিত ভাষাৰ নিদৰ্শন দেখিবলৈ পোৱা যায়। ব্যৱসায়ীক লেনদেনৰ দ্বাৰা বঙলা, চীনাভাষা আৰু ইংৰাজী ভাষাৰ মিশ্ৰণত সৃষ্ট মিশ্ৰিত ভাষাৰ লিখিত ৰূপৰ[৮২] নিদৰ্শন তলত দাঙি ধৰা হ'ল। নিঃসন্দেহে গল্পত ব্যৱহৃত মিশ্ৰিত ভাষাৰ ই অতি পৰিমাৰ্জিত ৰূপ।

১ "—কত ? ভেরি নাইস কত্‌ দেয়ার আর মেনি। হুইচ টেক ?
( Cot ? very nice cot There are many Which take ? )
—দিস। কত দাম ? ( This | What is the Price ? )
—তু হান্দেদ রুপীজ ( Two hundred rupees )"
(—'খটাঙ্গ ও পলান্ন', নারায়ণ গঙ্গোপাধ্যায় )

২ "ডেম্‌ তই বৈ আছ লাঞ্চ খাবলৈ
ব'ল কুত্তা / চলো চলো
ইউ ডেম ছোৱাইন চুপ / চুপ।"
—( আধুনিকা কবিতা জ্যোতিপ্ৰসাদ )

## ৫.১৩ সংযোগী ভাষা ( Lingua Franca )

একেটা ভৌগলিক পৰিবেষ্টনত ভিন ভিন ভাষা কোৱা লোকে বাস কৰিলে পাৰস্পৰিক ভাব বিনিময় তথা সামূহিক প্ৰয়োজন

৮২. ড° ড° কাকতিৰ : সাধাৰণ ভাষাবিজ্ঞান ও বাংলা ভাষা, পৃঃ ৩৮৬।

পূৰ্বাৰ্থে পৰস্পৰৰ বোধগম্য অন্য এক ভাষাৰ আশ্ৰয় ল'ব লগীয়া হয়। ব্যৱসায়-বাণিজ্য, শিক্ষা-দীক্ষা, জীৱিকা-নিৰ্বাহৰ লগত জড়িত ক্ষেত্ৰ আৰু অন্যান্য ধৰণৰ প্ৰয়োজনতো এটা ভাষা-সম্প্ৰদায়ে অন্য এটা ভাষা সম্প্ৰদায়ৰ ওপৰত নিৰ্ভৰশীল হ'ব লগা হয়। এনে-ক্ষেত্ৰত ভিন ভিন ভাষা সম্প্ৰদায়ৰ ভাষা আৰু অধিকাংশ জনসাধাৰণে কোৱা অঞ্চলটোৰ প্ৰধান বা প্ৰচলিত ভাষাৰ মিশ্ৰণত অন্য এক অৰ্বাচীন, পাৰস্পৰিক বোধগম্য ভাষাৰ সৃষ্টি হ'ব পাৰে। অথবা অঞ্চলটোৰ অধিকাংশ জনসাধাৰণে ব্যৱহাৰ কৰা মুখ্য ভাষাটো সেই ভাষাসম্প্ৰদায়ৰ মাজাত আবদ্ধ নাথাকি অন্যান্য একাধিক ভাষা সম্প্ৰদায়ৰ ভাব বিনিময়ৰ মাধ্যম স্বৰূপে স্বীকৃত হ'ব পাৰে। এনেদৰে কেইবাটাও ভিন ভিন ভাষাসম্প্ৰদায়ৰ পাৰস্পৰিক ভাৱবিনিময় তথা যোগাযোগৰ মাধ্যম হিচাপে ব্যৱহৃত ভাষাক সংযোগী ভাষা বোলা হয়। উমৈহতীয়া ভাষা বুলিলেও সংযোগী ভাষাকে বুজায় যদিও সাম্প্ৰতিক কালত পৰৱৰ্তী শব্দ ( term ) টো অধিক বিজ্ঞানসম্মত ভাৱে ব্যৱহৃত হৈছে।

৫ ১৩ ১ বিভিন্ন ভাষা-সম্প্ৰদায়ৰ ভাষা আৰু অঞ্চলটোৰ অধিকাংশ জনসাধাৰণে কোৱা, ব্যৱহাৰ কৰা, মৰ্যাদাসম্পন্ন ভাষাৰ মিশ্ৰণত সৃষ্ট সংযোগী ভাষাৰ নিদৰ্শন হ'ল ভাৰতবৰ্ষৰ উত্তৰ-পূব অঞ্চলৰ ৰাজ্য নাগালেণ্ডৰ 'নাগামিজ' ভাষা। নাগালেণ্ডত বাস কৰা কন্যাক, আও, আঙামী, চেমা, লোঠা, কোম, চাখেচাঙ্, য়িমচুংগ্ৰি, ৰেংমা, চাঙ, জেলিয়াং, খেমুংগাৰ, পচুৰি, জেলিয়াং, বোংমেই, কছাৰী, তিৰখিৰ, মকৱাৰ, চিন, মাও আদি প্ৰায় একুৰি ছটামান ভাষা-সম্প্ৰদায়ৰ 'ভাষা'ৰ পাৰস্পৰিক অবোধ্যতাৰ ফলস্বৰূপে সংযোগী ভাষা হিচাপে 'নাগামিজ' ভাষাই গঢ় লৈ উঠিছে। ভাষাটোৰ বাক্যগঠন অসমীয়া ভাষাৰ অনুৰূপ। ধ্বনি, ধ্বনিসংযোগ, ৰূপৰচনা আৰু শব্দমালা ( Vocabulary )ৰ ক্ষেত্ৰত বিভিন্ন ধৰুৱা ভাষাৰ উপাদানৰ সংমিশ্ৰণ

ঘটিছে । নগালেণ্ডৰ প্ৰশাসনিক আৰু অন্যান্য সামূহিক কাম-কাজত 'নাগামিজ' ভাষাৰ 'সংযোগী ভাষা' হিচাপে বহুল প্ৰয়োগ হয় । মৰ্যাদাসম্পন্ন যথা পূৰ্ণ বিকশিত এক বা একাধিক ভাষাৰ প্ৰভাৱ ভিন ভিন ভাষা সম্প্ৰদায় লোকৰ ভাষাৰ ওপৰত পৰিব পাৰে । 'নাগামিজ'[৮৩]ৰ দৰে সংযোগী ভাষাত যথাক্ৰমে ১ অসমীয়া ২ হিন্দী/নেপালী আৰু ৩ ইংৰাজী ভাষাৰ প্ৰভাৱ দেখা যায় । নাগালেণ্ড ৰাজ্যৰ দৰেই বহু সংখ্যক জনগোষ্ঠীৰ আবাসভূমি অৰুণাচল প্ৰদেশতো "অৰুণামিজ" নামৰ এবিধ সংযোগী ভাষাই গঢ় লৈ উঠিছে । অৰুণামিজ ভাষাক পূৰ্বে 'নেফামিজ' বুলি কোৱা হৈছিল । ব্ৰহ্মপুত্ৰ নদী উপত্যকা আৰু ইয়াৰ কেউকাষৰ ইন্দামঙ্গোলীয় আৰু ইন্দো-এৰিয়ান নৃগোষ্ঠীৰ ভাষা ভিন ভিন ধৰণৰ হোৱাত সংযোগী ভাষা হিচাপে অসমীয়া ভাষাই এক নিৰ্দিষ্ট স্থান আৰু প্ৰসাৰতা লাভ কৰিছিল । মাতৃভাষা বা প্ৰথম ভাষা হিচাপে মিচিং, ৰাভা, বড়ো-কছাৰী, কাৰ্বি, দেউৰীচুতীয়া, তিৱা আদি ভাষাৰ ব্যৱহাৰ কৰা লোকসকলৰ ক্ষেত্ৰত এই অঞ্চলৰ সংযোগী ভাষা হিচাপে অসমীয়াৰ ব্যৱহাৰ কৰা হৈ আহিছে। বৃটিছ শাসনাধীন অসমলৈ প্ৰব্ৰজিত হোৱা চাওতালী, মুণ্ডাৰী, কুৰুখ, হো, খৰীয়া, শবৰ, উড়িয়া, বিহাৰী-হিন্দী আদি ভাষাসম্প্ৰদায়ৰ লোকসকলৰ মাজতো স্ব স্ব মাতৃভাষাৰ বৈশিষ্ট্যযুক্ত অসমীয়া ভাষাই[৮৪] সংযোগী ভাষাৰ স্থান লাভ কৰিছে । ভাষা ব্যৱহাৰ কৰা লোকসকলৰ প্ৰয়োজন সাপেক্ষে সংযোগী ভাষাৰ লোপ অথবা পৰিৱৰ্তন ঘটিব পাৰে ।

## ৫.১৪ গুপ্তভাষা ( Secret language )

কেতবোৰ বিশেষ বিশেষ পৰিস্থিতিত একজন বা একাধিক লোকৰ

---

৮৩. বৰুৱা, ড° ভীমকান্ত : অসমৰ ভাষা পৃঃ ১৪০ ।

৮৪. সংযোগী ভাষাৰ এই ৰূপক বুজাবলৈ ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে 'চাৰ্গানি' শব্দটোৰ ব্যৱহাৰ কৰিছে ।

উদ্দেশ্যপূর্ণ মনৰ ভাব একেভাষা সম্প্ৰদায়ৰে আন আন লোকৰ অজ্ঞাতে ৰখাটোৰ প্ৰয়োজন হয়। তেনেপৰিস্থিতিত একে উদ্দেশ্যজড়িত লোক সকলে একে ভাষা-সম্প্ৰদায়ৰ অন্যান্য সকলৰ অবোধ্য এক ধৰণৰ কৃত্ৰিম ভাষাৰ ব্যৱহাৰ কৰে। এনেধৰণৰ কৃত্ৰিম, পাৰস্পৰিক বোধ-গম্যতা একে ভাষা-সম্প্ৰদায়ৰ একশ্ৰেণীৰ লোকৰ মাজতহে থকা ভাষাক গুপ্তভাষা বোলা হয়। গুপ্তভাষাৰ কথিত আৰু লিখিত, উভয়প্ৰকাৰৰ ৰূপ থাকিব পাৰে। সাধাৰণতে, চোৰা৲ ব্যৱসায়ী, চোৰ-ডকাইতৰ দল, চৰকাৰী চোৰাংচোৱা বিভাগ, সন্ত্ৰাসবাদীৰ দল, ব্যৱসায়ী, সোণাৰী, ৰাজনৈতিক মতাদৰ্শী বিদ্ৰোহী আদিয়ে এনেধৰণৰ গুপ্তভাষাৰ ব্যৱহাৰ কৰা দেখা যায়। অক্ষৰৰ সালসলনি, উপকৰা অক্ষৰ যোগ, শব্দত পূৰ্ব-আৰোপিত অৰ্থৰ পৰিবৰ্তন ঘটাই এনেধৰণৰ গুপ্তভাষাৰ সৃষ্টি কৰিব পাৰি। ব্যৱহাৰ কৰা ভাষাৰ বৰ্ণমালাৰ ক্ৰমত, গণিতীয় সংখ্যাচিহ্নবোৰৰ ব্যৱহাৰ কৰিও গুপ্তভাষাৰ সৃষ্টি কৰা হয়। যেনে ABCD যথাক্ৰমে 1 2 3 4 ইত্যাদি। এই অনুসৰি 'ASSAMESE' ৰ সংকেতিক ৰূপ হ'ব – '1 19 191145 195। শব্দৰ আংশিক পৰিবৰ্তন ঘটায়ো গুপ্তভাষাৰ সৃষ্টি কৰা হয়, শব্দৰ কেৱল প্ৰথম ধ্বনিটো ৰাখি, তাৰ পৰৱৰ্তী অংশত অসংলগ্ন অন্যান্য ধ্বনি সংযোগ কৰিও গোপনে ভাবৰ প্ৰকাশ কৰা হয়। তেতিয়াবা আকৌ প্ৰথম ধ্বনিসহ সাদৃশ্যযুক্ত অন্য শব্দৰ ব্যৱহাৰ কৰা হয়, যেনে 'Charle Mike Romeo — Chief Minister's Residence Globe —Guwahati ইত্যাদি। কেতিয়াবা শব্দৰ শেষৰ অক্ষৰটো আদ্যস্থানলৈ আনি সেই অনুক্ৰমত অন্যান্য ধ্বনিসংযোগবো সালসলনি ঘটোৱা হয়। যেনে: 'টকালধ তেওঁদি মাতিমা'— ধলক'াট দিওঁতে মাতিবা। প্ৰতিটো শব্দৰ লৈতে, উপকৰা ধ্বনিৰ এক বা একাধিক সংযোগ কৰিও বাক্যগঠন কৰা হয়, যেনে 'বেমজত ভয়াৰীপলয়াগো তনেজা'— উপকৰাটোক ভিন্নস্থানত সংযোগ কৰা 'ত' ধ্বনিটো পৃথক কৰিলে, ইয়াৰ ৰূপ হ'ব—

'অসমৰে গোৱালপৰীয়া জানে'। চুৰ কৰিবলৈ যোৱা কাৰক 'ৰায়াত'[৮৫] যোৱা লাঠীৰে কোবোৱা কাৰ্যক 'প্ৰসাদ দিয়া,'[৮৬] শাস্তি প্ৰদান কৰক 'টেম্পল' (মন্দিৰ) ইত্যাদি ধৰণৰ শব্দ বিশেষ অৰ্থত ব্যৱহৃত হৈছে। ব্যৱসায়ী সম্প্ৰদায়ৰ কোনো কোনো গোষ্ঠীৰ লোকে, গ্ৰাহকৰ সন্মুখত গুপ্তভাষাত দ্ৰব্যৰ দৰ-ভাও সম্পৰ্কীয় কথা পতাৰ নিদৰ্শন দৈনন্দিন জীৱনত প্ৰায়েই পোৱা যায়। ভাষাবিজ্ঞানৰ ভূমিকা' নামৰ গ্ৰন্থত ড° ৰমেশ পাঠকে আমাৰ সোণাৰী সকলৰ মাজত প্ৰচলিত এনেধৰণৰ গুপ্তভাষাৰ অতি সুন্দৰ নিদৰ্শনৰ উল্লেখ কৰিছে :

১ সোণাৰী 'গণেশ বাগাত বাখনম' ? (সোণখিনি লৈয়া বুলি ক'ম নেকি ?)

দ্বিতীয় ব্যক্তি (ভিতৰৰ পৰা) 'ফুট চখলা মা চখলি ? (সক ল'ৰা নে তিৰোতা ?)

সোণাৰী ফুট চখলা যা। (সক ল'ৰা নহয় তিৰোতা)

দ্বিতীয় ব্যক্তি 'বাখনো যা' (নকবি)।

বিদ্ৰোহী ৰাজনৈতিক উদ্দেশ্যেৰে সংগঠিত লোক সকলৰ মাজত এনে ধৰণৰ গুপ্তভাষাৰ প্ৰচলন নিদৰ্শন সৰ্বাধিক। অসমৰ অতীত ইতিহাস পৰ্যবেক্ষণ কৰি চালে দেখা যায় যে মোৱামৰীয়া গণঅভ্যুত্থান (Moamoria Mass Upsurge)ৰ সময়ত জনসাধাৰণক ৰজাঘৰৰ বিৰুদ্ধে সচেতন কৰি তুলিবলৈ পৃথক উদ্দেশ্যেৰে ৰচিত পুৰণি গীত-মাতক বিশেষ অৰ্থত ব্যৱহাৰ কৰা হৈছিল। ধৰ্মাৰ্থ সাধনৰ উদ্দেশ্যেৰে ৰচিত গীতৰ পংক্তিত, বিদ্ৰোহৰ বিশেষ অৰ্থ নিহিত কৰি, একে উদ্দেশ্যোধৰ্মী (বিদ্ৰোহী) সকলৰ মাজত গুপ্তভাষাৰ দৰে প্ৰচাৰ কৰা হৈছিল। উদাহৰণ

১ 'ৰে ভাই, কমনে কৰ বিহাৰ / প্ৰচণ্ড বেগে উঠি আহিছে। উৱান নপাৱা পাৰ॥'

৮৫/৮৬ তিৱাৰী ভোলানাথ/গোস্বামী, উপেন্দ্ৰ নাথ : ভাষাবিজ্ঞান।

অৰ্থ: হে ভাই, কি কৰি আছা? জীয়াই আছা কেনেদৰে? গোটেইখন চাপ্টি প্ৰচণ্ডবেগেৰে ধুমুহা আহিব ধৰিছে, এতিয়াও তুমি পামই পোৱা নাইনে? —(অনিৰুদ্ধদেৱৰ গীত)

বিদ্ৰোহত জড়িত নোহোৱা সকলৰ কাৰণে এই পংক্তি এক ধৰ্মাৰ্থ সাধনৰ উদ্দেশ্যে ৰচিত ধৰ্মীয় পংক্তি। কিন্তু সংগঠিত সকলেহে তাৰ বিশেষ অৰ্থ বুজি লৈছিল। কোনো এক ৰূপসংযোগৰ অৰ্থহিত আৰোপ কৰা অৰ্থৰ অন্য এক বিশেষ অৰ্থলৈ পৰিবৰ্ত্তন কৰা কাৰ্য্য অন্য ভাষাৰ উদাহৰণতো দেখা যায়। যেনে: ১ লাঠিৰে মৰিয়াই মৰিয়াই মৰা— 'বাসদেৱ'। এক উদ্দেশ্যধৰ্মী নোহোৱাজনে 'বাসদেৱ'ক 'বাসুদেৱ' বুলি নভৱাৰ থল নাই। তেনেদৰে

২ পৰ জা ঐ জবৌ বৌৱা। চেকনি ঐ চপাই ধৰা॥

৩ মৰি যাওঁ মাৰি যাওঁ, গুৰুৰ ঋণ সুজি যাওঁ॥ ইত্যাদি।

—(চেকনি কোবাৱা মোৱামৰীয়াৰ গীত)॥

ভাষাবিজ্ঞানী গ্ৰিয়াৰ্ছনে (Grierson) এ[৮৭] ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিম সীমান্ত অঞ্চলত প্ৰচলিত 'যাযাবৰী গুপ্তভাষা'ৰ প্ৰায় বাৰটামান ৰূপৰ উল্লেখ কৰিছে। মঙ্গলদৈ মহকুমাৰ ব্যাস পাৰা গাৱঁৰ ব্যাস ওজা সকলৰ 'ঠাৰ' বা গুপ্তভাষাৰ বিষয়ে ড° উপেন্দ্ৰ নাথ গোস্বামীদেৱে এক বৰ্ণনাত্মক আলচ কৰিছে। তেখেতৰ মতে ঠাৰ' ভাষাৰ অসমৰ এক বিশিষ্ট গুপ্তভাষা। অসমীয়া ভাষাত 'গুপ্ত' বা 'গোপন কৰি বুজোৱা' বিশেষ অৰ্থত 'ঠাৰ', 'ঠাৰ চিয়াঁৰ' (বুজাক বুজাবা ঠাৰে-টিঁয়াৰে) আদি শব্দৰ বহুল ব্যৱহাৰ কৰা হয়।

## ৫.১৫ বৰ্গভাষা

নিৰ্দিষ্ট ভাষা সম্প্ৰদায়ৰ, কোনো এক শ্ৰেণীৰ লোকৰ একাংশৰ

৮৭ Grierson George Abraham Linguistic Survey of India Vol I Part I, MLBD,

বোধগম্য হোৱাকৈ সৃষ্ট ভাষাক বৰ্গভাষা বুলি কোৱা হয়। বৃত্তি অনুসৰি কোনো এক শ্ৰেণীৰ লোকৰ একাংশৰ মাজতহে এনেধৰণৰ ভাষাৰ প্ৰয়োগ হয়। এনেধৰণৰ ভাষাৰ প্ৰয়োগ প্ৰায়েই [illegible] যদিও কোনো কোনো ক্ষেত্ৰত শব্দ বা বাক্যাংশৰ স্থায়ী, [illegible] ৰূপৰ প্ৰয়োগো হয়। সাধাৰণতে ১ কোনো এক নিৰ্দিষ্ট ভাষাৰ শব্দ ২ বিদেশী বা দ্বিতীয় ভাষাৰ শব্দ আৰু ৩ নিৰ্দিষ্ট ভাষাটোৰ শব্দ-বোৰৰ সংক্ষিপ্ত ৰূপৰ ব্যৱহাৰৰ দ্বাৰা বৰ্গভাষাৰ সৃষ্টি কৰা হয়।

৫ ১৫১ পাৰস্পৰিক ভাৱ-বিনিময় কাৰ্যত সমাজৰ কোনো কোনো শ্ৰেণীৰ লোকে এনেধৰণৰ কেতবোৰ ৰূপ বা শব্দ সমষ্টিৰ ব্যৱহাৰ কৰে, যিবোৰৰ প্ৰয়োগ সাৰ্বজনীনভাৱে কোনো এখন সমাজত [illegible] কৰা দেখা নাযায়। সমাজৰ শিক্ষিত বা ৰুচিবান লোকসকলে এনে বোৰ শব্দৰ প্ৰয়োগক অসংস্কৃত, নিন্দনীয় ৰুচিহীন বুলি ভাবে। সমাজৰ শিক্ষিত অশিক্ষিত লোক নিৰ্বিশেষে এনেধৰণৰ ভাষাৰ অসংশোধিত ৰূপৰ প্ৰয়োগ নিৰ্দিষ্ট স্বকীয় আৱৰ্তৰহে কৰে। ভাষাৰ এনেধৰণৰ অসংশোধিত ( Vulgar ) ৰূপৰ প্ৰয়োগক অসংশোধিত ( Slang ) ভাষা বুলি কোৱা হয়। কোনোৱে অসংশোধিত (Slang) ৰূপৰ ভাষাক, 'গ্ৰাম্য' বা 'ইতৰ' জনৰ ভাষা বুলি ক'ব খোজে। কিন্তু ই কোনো নিৰ্দিষ্ট স্থানাধীন নহয়। লেংমৰা, বেহুদা ( গোপনে আনৰ ক্ষতি কৰা লোক ) টঙ হৈ থকা, পিপা, মাজখোৱা ( সুৰা-পান কৰা লোকৰ ক্ষেত্ৰত ) চামচা ( আনৰ তোষামোদকাৰী ), জেং হোৱা ( জটিলতা যুক্ত অৰ্থত ), ঘঁৰিয়াল ( কুচক্ৰী অৰ্থত ), 'কচুৰ দোষ'[৮৮] ( অবৈধ প্ৰণয়াসক্ত অৰ্থত ), ভঁাৰ ছিগা, নট ঢিলা ( [illegible] গণ্ডগোল অৰ্থত), ক্ৰ্ নোহোৱা (চিন্তা কৰিব নোৱাৰা)' যুঁচ নোহোৱা ( ভগা অৰ্থত ), নাইপিয়া (আজি কৰিম কাইলৈ কৰিম বুলি থকা লোক), পিপুপিপো ( এলেহুৱা অৰ্থত ), টিউব লাইট ('[illegible] [illegible] [illegible]

৮৮. [illegible] 'কচুৰ দোষ'—ড° [illegible] দ'ৰ গ্ৰন্থ দ্ৰষ্টব্য।

বুজি পোৱা লোক ), ব ( অথামূৰ্খ, অপটু ), টৈধৰ ( টৈঙৰ তলা কলা যাব নাপাৱ ), যোগাৰী ( যশস্যা, সন্মানৰ বাবে আনক তোষামোদ কৰা লোক ), চেনি ( কামাতুৰ ), সৰাহত দোনা সজোৱা ( বুদ্ধি-বৃত্তি হীন লোকৰ অৰ্থত ), কুটিল ( পলোৱা অৰ্থত ), জাছি দাম্‌বা ( পদপথত বৈ মহিলাৰ প্ৰতি শ্ৰীলতাহীন শব্দ কোৱা উতমুৰা ল'বাৰ দল ) ইত্যাদি। ওপৰোক্ত কিছুমান শব্দ দীৰ্ঘদিন ধৰি ব্যৱহাৰ কৰি অহাৰ ফলত কচিয়ান লোকৰ সমাজতো সম্প্ৰতি সিবোৰে স্থান লাভ কৰিছে।

৫ ১৫ ২ দ্ৰুত উচ্চাৰণ আৰু ব্যৱহাৰিক দিশৰ সুবিধালৈ লক্ষ্য কৰি কোনো একাধিক ধ্বনিসমষ্টিৰে গঠিত শব্দৰ দীৰ্ঘ ৰূপক হ্ৰস্ব কৰি ব্যৱহাৰ কৰা হয়। এনে কৰিবলৈ যাওঁতে সচৰাচৰ ব্যৱহৃত শব্দৰ কোনো এক অংশ বাদ দিয়া হয়। অসমীয়া ভাষাত পোৱা এনে ধৰণৰ শব্দৰ অধিকাংশই ইংৰাজী ভাষাৰ। উদাহৰণ লেব— lab ( laboratory ), এন্‌থু ( Enthusiasm ), টিভি T V (Television) ফোন ( Telephone ), Phy ( Physics ), ইং ( English ), ফটো ( Photograph ), টেপ ( Tape Recorder ), ভেজ (Vegetarian), মাইক ( মাইক্ৰফোন ) ইত্যাদি। মূল শব্দটোক বৃদ্ধাবলৈ, মূল শব্দ-টোৰেই খণ্ডিত ৰূপ ( Clipped )ৰ ব্যৱহাৰ কৰা হৈছে।

৫ ১৫ ৩, কিছুমান শব্দৰ, ব্যৱহাৰিক দিশৰ সুবিধালৈ লক্ষ্য ৰাখি ব্যৱহৃত ধ্বনিসমষ্টিক অতি সংক্ষিপ্ত ৰূপলৈ পৰিৱৰ্ত্তিত কৰা হয়। এনেধৰণৰে পৰিবৰ্ত্তন কৰোতে শব্দবোৰৰ আদ্য অক্ষৰকেইটাহে কেৱল লোৱা হয়। এনেধৰণৰ শব্দবোৰক সম্পূৰক শব্দ বুলিব পৰা যায়। প্ৰথম বা আদ্যস্থানৰ অক্ষৰৰ দ্বাৰা পৰৱৰ্তী অক্ষৰ সমূহৰ ব্যৱহাৰ সূচিত হয়। উদাহৰণ : প্ৰা অ:— প্ৰাচীন অসমীয়া, প্ৰা: ভা: আ: ভা: প্ৰাচীন ভাৰতীয় আৰ্য ভাষা, অ ভা. উ. সা.— অসমীয়া ভাষা উন্নতিসাধিনী সভা, GCK Guru Charit Katha, ডি বি—ডিব্ৰুগড়

বিশ্ববিদ্যালয়, ইউনেস্কো— শিক্ষা, বিজ্ঞান আৰু সাংস্কৃতিক সংস্থা ( UNESCO ), নাটো—উত্তৰ আটলাণ্টিক চুক্তি সংস্থা ( NATO ), পি এন জি বি—পদ্মনাথ গোহাঞিবৰুৱা ইত্যাদি। বুদ্ধিমত্তাৰ প্ৰদৰ্শন, নতুন ধৰণৰ ভাষাৰ সৃষ্টি, স্মৰণযোগ্যতা আদিৰ ফলতো শিক্ষায়তনিক পৰিসৰত কেতবোৰ সম্পূৰক শব্দ ( Acrostic )ৰ সৃষ্টি হোৱা দেখা যায়। গণিতৰ ক্ষেত্ৰত ভগ্নাংশ সৰল কৰাৰ বাবে পালনীয় নিয়মৰ সম্পূৰক শব্দ আহি হল - B O D M A S— বদমাছ ( B—Bracket O—of (ৰ), D—Divided ( হৰণ ), M—Multiply ( পূৰণ ), A—Add ( যোগ ), S Substract, (বিয়োগ)। তেনেদৰে শংকৰদেৱৰ নাট-সমূহৰ নামবোৰৰ সম্পূৰক ৰূপ হল—পকাকেৰুপাৰা— অৰ্থাৎ, প—পত্নীপ্ৰসাদ, কা—কালীয়দমন, কে—কেলিগোপাল, ৰু—ৰুক্মিণীহৰণ, পা—পাৰিজাত হৰণ, ৰা—ৰামবিজয়।

৫.১৫.৮ এনধৰণৰ বৰ্গভাষাৰ প্ৰয়োগ সাধাৰণতে বৃত্তি অনুসৰি কোনো এক শ্ৰেণীৰ লোকৰ মাজত হয়। কোনো কোনো শব্দৰ ব্যৱহাৰৰ লগতে হাস্য-ব্যঙ্গ ৰস জড়িত হৈ আছে। কোনো কোনো শব্দৰ ব্যৱহাৰ তিৰস্ক-শ্লেষাত্মক, কোনো কোনোৰ ক্ষেত্ৰত স্ৰষ্টাৰ মেধা, বুদ্ধি-মত্তা জড়িত হৈ আছে। অধিকাংশ শব্দই ব্যৱহাৰিক প্ৰয়োজনৰ ওপৰত নিৰ্ভৰ কৰে। বৰ্গভাষাৰ স্থায়ী আৰু অস্থায়ী দুই ধৰণৰ ৰূপ দেখা যায়।

## ৫.১৬ পৰিয়াল ভাষা ( Family Language )

ভাষাৰ ভেদ ব্যক্তিৰ ক্ষেত্ৰত যিদৰে পৰিলক্ষিত হয় সেইদৰে পৰিয়ালৰ ক্ষেত্ৰতো পৰিলক্ষিত হোৱা দেখা যায়। ব্যক্তিভেদে ভাষাৰ কেতবোৰ ব্যক্তিগত বৈশিষ্ট্য ৰক্ষিত হয়। সেই বৈশিষ্ট্যৰ স্বাতন্ত্র্য সাংস্কৃতিক স্তৰ অনুসৰি পৰিয়ালৰ ক্ষেত্ৰতো ৰক্ষিত হয়। অভিজাত

পৰিয়াল এটাই ব্যৱহাৰ কৰা ভাষাৰ শব্দসম্ভাৰ সাধাৰণ পৰিয়ালতকৈ পৃথক ধৰণৰ। ৰাজনৈতিক কৰ্মী এজনৰ পৰিয়ালত ব্যৱহৃত শব্দসম্ভাৰ চহা কৃষক এজনৰ পৰিয়ালত ব্যবহৃত ভাষাৰ মৌলিক শব্দসম্ভাৰতকৈ বহুগুণে পৃথক। পৰিয়াল ভাষাৰ ক্ষেত্ৰত এনে পাৰ্থক্যসূচক বৈশিষ্ট্য ৰক্ষিত হয়।

## ৫.১৭ উপভাষা ( Dialect )

ভাৱবিনিময় আৰু পাৰস্পৰিক যোগাযোগৰ অৰ্থে মানুহে যাদৃচ্ছিক স্পষ্ট ধ্বনি প্ৰতীক সমূহৰ প্ৰণালীবদ্ধ প্ৰয়োগ কৰে। ধ্বনিপ্ৰতীক সমূহৰ এনে প্ৰণালীবদ্ধ প্ৰয়োগ মানুহে পৰিৱেশত আয়ত্ব কৰি লয়। জনসমষ্টি ভেদে ধ্বনিপ্ৰতীকসমূহৰ প্ৰয়োগ—প্ৰণালী পৃথক পৃথক। ধ্বনিপ্ৰতীকসমূহৰ প্ৰয়োগত দেখা দিয়া পৃথকতাসূচক প্ৰণালীৰ বৈশিষ্ট্যৰ দ্বাৰা একো একোটা ভাষাস্প্ৰদায় (Speech Community) চিহ্নিত কৰিব পৰা যায়। একো একোটা ভাষাৰ ব্যৱহাৰো একোটা নিৰ্দিষ্ট ভাষা সম্প্ৰদায়ত হয়। কোনো ভাষা সম্প্ৰদায়ে বাস কৰা অঞ্চল যদি ভৌগোলিক ভাৱে বিস্তৃত হয় তেতিয়াহ'লে নিৰ্দিষ্ট ভাষা সম্প্ৰদায়ে ব্যৱহাৰ কৰা নিৰ্দিষ্ট ভাষাটোৰ কেতবোৰ পৃথক পৃথক আঞ্চলিক ৰূপে গঢ় লৈ উঠে। স্বকীয়া স্বকীয়া বৈশিষ্ট্য ৰক্ষিত এনে পৃথক পৃথক ৰূপবোৰক উপভাষা (Dialect)[৮৯] বোলা হয়। ধ্বনি ৰূপৰচনা আৰু শব্দভাণ্ডাৰৰ দিশৰ পৰা একো একোটা খণ্ডিত ধৰণৰ ৰূপত পৃথকতাসূচক বৈশিষ্ট্য ৰক্ষিত হলেও পাৰস্পৰিক বোধগম্যতাৰ সম্পূৰ্ণ লোপ বা হ্ৰাস নহয়। ভৌগলিক বা

---

৮৯ A specific form of a given Language spoken in a certain locality or geographic area, showing sufficient differences from the standard or literary form of that language as to pronunciation grammatical construction and ideomatic usage of words to be considered a distinct entity yet not sufficiently distinct from other dialects of the language to be regarded as a differant language—Pei M A ADOL P 56

প্ৰাকৃতিক বাধা, সামাজি সাংস্কৃতিক যোগাযোগৰ অভাৱ আৰু অন্যান্য ধৰণৰ আদান-প্ৰদানৰ অভাৱৰ ফলস্বৰূপে এক্টো ভাষাসম্প্ৰদায়ৰ লোকৰ মাজত ভাষাৰ পৃথকতাসূচক বৈশিষ্ট্যৰক্ষিত ৰূপে গঢ লৈ উঠে। ভাষাৰ পৃথকতাসূচক বৈশিষ্ট্যৰক্ষিত এই ৰূপবোৰৰ মাজৰ পাৰস্পৰিক বোধগম্যতা কোনো এক স্তৰত সম্পূৰ্ণৰূপে লোপ পাব পাৰে। তেনে অৱস্থাত ই এক স্বতন্ত্ৰ ভাষাৰ মৰ্যাদা লাভ কৰে। 'লৌকিক সংস্কৃত'ৰ পৃথক পৃথক আঞ্চলিক ৰূপ প্ৰাচ্য, উদীচ্য, মধ্যদেশীয় আৰু দাক্ষিণাত্যৰ মাজত পাৰস্পৰিক বোধগম্যতা সময়ৰ বিৱৰ্ত্তনৰ লগে লগে কমি আহি ক্ৰমশ স্বতন্ত্ৰ আধুনিক ভাৰতীয় ভাষা বোৰৰ উদ্ভৱ হোৱাৰ নিদৰ্শন এই প্ৰসঙ্গত উল্লেখযোগ্য। Aeolic, Doric, Attic-Ionic আদি প্ৰাচীন গ্ৰীক ( Greek ) ভাষাৰ উপভাষা। আধুনিক কালৰ প্ৰচলিত ভাষাসমূহৰ ক্ষেত্ৰতো উপৰোক্ত ৰূপভেদ দেখা যায়। আন্তৰ্জাতিক ভাষাৰ কাম সম্পাদন কৰা ইংৰাজী ভাষাৰ বৃটিছ ইংৰাজী ( British English ) আৰু ১ আমেৰিকাৰ ইংৰাজী ( Amerikan English ) দুটা প্ৰধান পৃথকতাসূচক বৈশিষ্টাৰক্ষিত ৰূপ। সাম্প্ৰতিক কালৰ পৰ্যবেক্ষণৰ পৰা দেখা গৈছে যে ভাৰতীয় ইংৰাজীও ( Indian English ) বৃটিছ সকলৰ সকলো সময়তে বোধগম্য ২০ নহয়। সেই দিশৰ পৰা ভাৰতীয় ইংৰাজীও ইংৰাজী ভাষাৰ এক খণ্ডিত ৰূপ।২১ 'জাৰ্মান

২০ Bansal Dr R K The Intelligibility of Indian English ( CIEFL Monograph No 4 )

২১ Faulty pronunciation of the sounds of English replacement of English sounds by their Indian equivalents wrong accentual patterns, leaving important words unaccented in connected speech faulty rhythmic pattern faulty division of a long utterance into tone group are the main reasons of the unintelligibility of Indian English to foreigners

- Varnshney L R L&P

ভাষাৰ ৰূপভেদ বা উপভাষাবোৰক তিনিটা প্ৰধান থুলত ভাগ কৰিব পৰা যায়। পূব-মধ্যঅঞ্চলীয় জাৰ্মান থুলৰ উপভাষা, পশ্চিম মধ্য অঞ্চলীয় জাৰ্মান থুলৰ উপভাষা, পশ্চিমমধ্য অঞ্চলীয় জাৰ্মান থুলৰ উপভাষা আৰু উচ্চ জাৰ্মান থুলৰ উপভাষা। Bavarian, Alemanic, Schwyzertutsch, Barndutsch, Franconian আদি উপৰোক্ত থুলসমূহৰ উপভাষা। চৰকাৰীভাৱে স্বীকৃত Cantonese, Mendarin, wu, Min, Hakka আদি 'চীনা' ভাষাৰ উপভাষা। আধুনিক ভাৰতীয় আৰ্যভাষা 'হিন্দী'ৰ অৱধী ভোজপুৰী, খড়িবোলী (Khari Boli), ব্ৰজভাষা (Brijbhasa) আদি উপভাষিক ৰূপ। ৰাঢ়ী, বঙালী, বৰেন্দ্ৰী, ঝাড়খণ্ডী, কামৰূপী বা ৰাজবংশী ভাষা বাংলা ভাষাৰ প্ৰধান উপভাষা। চুৰাটী, আহমদাবাদী আদি গুজৰাটী ভাষাৰ আৰু মহীশূৰ, ঢাৰৱাৰ, ম্যাংগালোৰ আদি অঞ্চলৰ ভাষা কানাড়া ( Kannad ) ভাষাৰ উপভাষা। উত্তৰ পূৰ্বৰ ৰাজ্যসমূহৰ সংযোগী ভাষা অসমীয়াৰ প্ৰধানকৈ দুটা আঞ্চলিক ৰূপ পোৱা যায় পূব অঞ্চলৰ উপভাষা আৰু পশ্চিম অঞ্চলৰ উপভাষা। পশ্চিম অঞ্চলৰ ৰূপক ( Western Assamese ) কামৰূপৰ উপভাষা আৰু গোৱালপাৰাৰ উপভাষা এই দুটা ভাগত পুণৰ ভাগ কৰা হৈছে। পূব অঞ্চলৰ অসমীয়া ভাষাৰো কেতবোৰ স্থানীয় ৰূপ পাৰ্থক্য আছে।

৫.১৭। ভাষাৰ আঞ্চলিক ৰূপবোৰৰ সৃষ্টিৰ প্ৰধান কাৰণ হিচাপে ভাষাসম্প্ৰদায়ৰ বিস্তৃতিৰ বৰ্ধিত ভৌগলিক পৰিসৰত ( geographical area ) সাধাৰণতেই থকা প্ৰাকৃতিক বাধা আৰু সামাজিক সাংস্কৃতিক আদান-প্ৰদানৰ অভাৱৰ কথা উল্লেখ কৰা হৈছে। পৰ্বত পাহাৰ, ডাঙৰ নদ-নদী, অৰণ্য, সাগৰ আদিৰ দৰে প্ৰাকৃতিক বাধা কোনো জন-সমষ্টিয়ে বাস কৰা ভৌগলিক পৰিবেষ্টনত থাকিলে জন সাধাৰণৰ সঘন যোগাযোগ আৰু আদান-প্ৰদানৰ অভাৱ ঘটিব পাৰে। তেনেদৰে, একে ভাষা সম্প্ৰদায়ৰ লোক হ'লেও ধৰ্ম, বৰ্ণ, অৰ্থনৈতিক

অৱস্থাৰ অসমানতাৰ ফলত সামাজিক-সাংস্কৃতিক আদান-প্ৰদান মুক্তভাৱে সম্পাদিত নহ'ব পাৰে। পাৰস্পৰিক যোগাযোগ আৰু ভাৱবিনিময়ৰ ভবিষ্যতে আদান-প্ৰদান নঘটাৰ ফলত একে ভাষা সম্প্ৰদায়ৰে লোকৰ মাজত উপৰোক্ত কাৰকসমূহৰ প্ৰভাৱত ভাষাৰ আঞ্চলিক ৰূপে গঢ় লৈ উঠে। প্ৰশাসনিক ক্ষেত্ৰ একেভাষাসম্প্ৰদায়ৰ ক্ষেত্ৰত একাধিক হ'লেও পাৰস্পৰিক আদান প্ৰদানৰ অভাৱ ঘটি ভাষাৰ পৃথক পৃথক ৰূপে গঢ় লোৱাৰ সহায়ক হয়। ভাষাগোষ্ঠীগত স্বকীয় মৰ্যাদা, ৰাজনৈতিক শক্তিৰ প্ৰভাৱ, পৃথক জাতীয়তাৰ ভাৱ আদি শক্তিয়ে একোটা ভাষাৰ ৰূপত পৃথকতাসূচক বৈশিষ্ট আৰোপ কৰাত সহায় কৰে। আনহাতে জ্ঞান-বিজ্ঞানৰ প্ৰসাৰ, যাতায়াতৰ উন্নত সা সুবিধা, সামাজিক যোগাযোগৰ বাধাহীনতা আদিয়ে ভাষাৰ আঞ্চলিক ৰূপ বা প্ৰভেদ হ্ৰাস কৰাত সহায় কৰে। ভাষাৰ পৃথক পৃথক ৰূপ সৃষ্টিৰ কাৰকসমূহ আৰু ভাষাৰ অখণ্ড ৰূপ সৃষ্টিৰ কাৰক সমূহ ভাষাৰ ক্ষেত্ৰত সমানে ক্ৰিয়াশীল হৈ থাকে।

৫ ১৭২ উপভাষাৰ সংজ্ঞা নিৰ্ধাৰণ কৰিবলৈ গৈ কোনো কোনো ভাষাবিজ্ঞানীৰ থূলে (group) ভাষাৰ ব্যক্তিগত বৈশিষ্ট্যসম্পন্নতাৰ (ideosyncratic characteristics) কথা উল্লেখ কৰিছে। ব্যক্তি অনুসৰি ভাষাৰ ভেদাত্মক ৰূপেই হ'ল ব্যক্তিভাষা (ideolect)। একে ভাষাসম্প্ৰদায়ৰ যিসকল ব্যক্তিৰ মাজত পাৰস্পৰিক যোগাযোগ আৰু আদান-প্ৰদান কাৰ্য সংঘটিত হয় বা হৈ থাকে সেইসকল ব্যক্তিৰ ব্যক্তিভাষা সমূহৰ মাজত থকা ভেদ ক্ৰমশ লোপ পায় আৰু সূক্ষ্মভাৱে পৰ্যবেক্ষণ নকৰিলে বৈসাদৃশ্যসমূহ দেখা নাযায়। স্থূলভাৱে বৈসাদৃশ্যহীন অথচ সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰি চালে প্ৰকট হোৱা এনে ধৰণৰ ব্যক্তিভাষাৰ ৰূপে পাৰস্পৰিক ভাৱবিনিময়ত সচৰাচৰ বাধাৰ সৃষ্টি নকৰে। এনেধৰণৰ ব্যক্তিভাষাৰ সমষ্টিগত, পাৰস্পৰিক বোধগম্য

ৰূপেই হ'ল ভাষা বা উপভাষা।[১২] একে ভাষা সম্প্ৰদায়ৰ বাসস্থানৰ পৰিসীমাৰ ভিত্তকয়া, ভাষাৰ আঞ্চলিক ৰূপবোৰৰ মাজৰ পাৰস্পৰিক বোধগম্যতাৰ আধাৰত উপভাষা নিৰূপন কৰিব পাৰি। পাৰস্পৰিক বোধগম্যতা নথকাৰ পৰ্যাযত ভাষাৰ আঞ্চলিক ৰূপ স্বতন্ত্ৰ ৰূপৰ ভাষাৰ মৰ্যাদালৈ উন্নীত হ'ব।

৫.১৭.৩ ভাষা ( Language ) আৰু উপভাষাৰ ( dialect ) মাজৰ পাৰ্থক্য আপেক্ষিক ধৰণৰ। কোনো জনসমষ্টিযে পাৰস্পৰিক যোগাযোগ আৰু ভাৱবিনিময়ৰ অৰ্থে বিশিষ্ট উচ্চাৰিত ধ্বনি প্ৰতীক সমূহৰ প্ৰণালী-বদ্ধ প্ৰয়োগৰ দ্বাৰা সৃষ্টি কৰা মাধ্যমেই হ'ল ভাষা। আনহাতে, আদৰ্শ ভাষা ( standard ) ৰ সৈতে ধ্বনি ৰূপৰচনা, শব্দভাণ্ডাৰ আৰু কথনভংগীৰ পাৰ্থক্য ৰক্ষিত হোৱা ভাষাৰ আঞ্চলিক ৰূপেই হ'ল উপভাষা ( dialect )। কোনো এক জনসমষ্টিয়ে ব্যৱহাৰ কৰা ভাষাৰ একাধিক ৰূপৰ মাজৰ কোনো এটা ৰূপক মান্যভাষা বা সাহিত্যিক ভাষাৰ স্বীকৃতি দিয়া হয়। ৰাজনৈতিক, সাংস্কৃতিক আৰু শৈক্ষিক দিশৰ প্ৰভাৱে, ভাষাৰ কোনো এটা ৰূপক মান্যভাষাৰ মৰ্যাদা প্ৰদান কৰা নকৰাৰ বিষয় কাৰক ( factor ) হৈ পৰে। মান্যভাষা বা সাহিত্যিক ভাষাও ভাষাৰ একাধিক খণ্ড ৰূপৰে এটা ৰূপ। একাধিক খণ্ড ৰূপৰ, মান্য ৰূপৰ সৈতে তুলনাৰ দ্বাৰা, ভাষা উপ-ভাষাৰ পাৰ্থক্য নিৰ্ধাৰণ কৰিব লগা হয়। একেটা উপভাষাই কোনো এসময়ত মান্যভাষা বা ভাষা আৰু কোনো এসময়ত পুনৰ উপভাষালৈ

১২ A Language is a collection of more or less similiar ideolects A dialect is just the same thing with this difference When both term are used in a single discussion the degree of similiarity of the ideolects in a single dielect is presumed to be greater than that all the ideolects in the language

—Hockett C F ACML. P 322

পৰিৱৰ্তিত হোৱাৰ নিদৰ্শন নথকা নহয়। অসমীয়া ভাষাত ইয়াৰ অতি সুন্দৰ নিদৰ্শন ('মান্যভাষা' দ্ৰষ্টব্য) দেখা যায়। একেটা ভাষাই তাৰ আনুষংগিক কাৰকসমূহৰ প্ৰভাৱত কোনো এসময়ত 'মান্য-ভাষা' বা 'আদৰ্শভাষা' বা 'ভাষা'ৰ মৰ্যাদা যদি পায় আৰু একেবোৰ কাৰকৰ প্ৰভাৱতে যদি কোনো এসময়ত পুনৰ 'উপভাষা'ৰ মৰ্যাদা পায় তেতিয়াহ'লে ভাষা আৰু উপভাষাৰ মাজৰ পাৰ্থক্যনো স্পষ্টত. কি? ভাষাৰ ব্যক্তিগত বৈশিষ্ট্যসম্পন্নতাৰ দৃষ্টিৰে বিচাৰ কৰি চালেও দেখা যায় যে ভাষাৰ আঞ্চলিক ৰূপৰ কোনটো পৰ্যায়ত, কোনটো স্তৰতনো পাৰস্পৰিক বোধগম্যতাৰ তাৰতম্য পৰিলক্ষিত হ'ব সেইটো দিশ স্পষ্ট নহয়। বাংলা ভাষা আৰু অসমীয়া ভাষাৰ মাজত আংশিক পাৰস্পৰিক বোধগম্যতা আছে যদিও দুয়োটা ভাষাই স্বতন্ত্ৰ মৰ্যদাসম্পন্ন দুটি স্বীকৃত ভাষা। বৃটিছ ইংৰাজী আৰু আমেৰিকান ইংৰাজীৰ বোধগম্যতা আছে যদিও দুয়োটাই স্বতন্ত্ৰৰূপৰ ভাষা। ভাষাবিজ্ঞানী ছাপিৰে (sapir) সেয়েহে কৈছে যে 'ভাষা আৰু উপভাষাৰ প্ৰকৃততে কোনো পাৰ্থক্য নাই'।[১৩] গ্ৰীয়াৰ্চনেও কোনো এটা ভাষাৰ নিদৰ্শন প্ৰকৃততে এটা স্বতন্ত্ৰ ভাষা নে কোনো এটা বিশিষ্ট ভাষাৰ উপভাষা তাক নিৰ্ণয় কৰাত অসুবিধাৰ সন্মুখীন হৈছিল। তেওঁ উল্লেখ কৰিছে In the course of survey it has sometimes been difficult to decide whether a given form of speech is to be looked upon as an independent Language or as a dialect of some other definite form of speech —Grierson। পৰ্বত আৰু পাহাৰৰ তুলনা ভাষা আৰু উপভাষাৰ ক্ষেত্ৰত গ্ৰীয়াৰ্চনে প্ৰয়োগ কৰিছিল। দুয়োটে এভাৱেই এটা পৰ্বত আৰু দুৰ্ব্ব পাহাৰো এখন পাহাৰ। কিন্তু কিমান বিশাল, কিমান বহল আৰু কিমান ওখ হ'লে এটা

১৩ There is no real difference between dialect and a Language —sapir

পৰ্বত আৰু এখন পাহাৰ হয় তাৰ কোনো আকৃতিগত স্বৰূপৰ নির্দেশ নাই। ভাষা আৰু উপভাষাৰ প্ৰভেদো ঠিক একেধৰণৰ। এই ভেদ বাহ্যিক ৰূপৰ নহয়, ই লক্ষণ বা প্ৰকৃতিগতহে। কোনো কোনো ভাষাবিজ্ঞানীৰ ধাৰণা 'সাংস্কৃতিক প্ৰয়োজনৰ পটভূমি আৰু ৰাজনৈতিক বিবেচনাই' ভাষা আৰু উপভাষাৰ পাৰ্থক্য নিৰূপণ কৰে। স্বতন্ত্ৰ ৰূপৰ হোৱা স্বত্বেও পিকিঙী ৰূপৰ মেন্দাৰিণ ভাষাৰ, অন্যান্যবোৰ 'উপভাষা' বুলি ৰাজনৈতিক ভাৱে নির্ণয় কৰা হৈছে। আনহাতে, ডেনিচ ( Danish ) আৰু নৰৱেজিয়ান ( Norwegian ), ডাট্‌চ ( Dutch ) আৰু ফ্লেমিছ ( Flemish ) ভাষাৰ মাজত প্ৰভেদ নথকা স্বত্বেও স্বতন্ত্ৰ ভাষাৰূপে চিহ্ণিত হৈছে। ভাষা প্ৰকৃততে কোনো এক জনসমষ্টিৰ ( a group of people ) ভাৱবিনিময় আৰু পাৰস্পৰিক যোগাযোগৰ মাধ্যম, এজন ব্যক্তিৰ নহয়। কোনো এক ভাষা সম্প্ৰদায়ৰ লোকে স্বাভাৱিক-তেই পাৰস্পৰিক ভেদ ৰক্ষিত ভাষা ব্যৱহাৰ কৰে। সেয়া হ'ল ব্যক্তিভাষা। ব্যক্তিভাষাৰ সমষ্টি হ'ল উপভাষা আৰু উপভাষাসমূহৰ সামূহিক ৰূপেই হ'ল ভাষা। এনে এক ধাৰণা কিমানদূৰ গ্ৰহণযোগ্য সি এক বিচাৰ্য বিষয়।

৫.১৭.৪ ভাষাৰ আঞ্চলিক ৰূপ থকাৰ দৰে উপভাষাৰো আঞ্চলিক ভেদ বা ৰূপ থাকিব পাৰে। এনে আঞ্চলিকভেদ বা ৰূপযুক্ত উপভাষাক স্থানীয় উপভাষা ( sub-Dialect ) বোলা হয়। প্ৰাকৃতিক বাধা, সামাজিক বাধা আদি উপভাষা সৃষ্টিৰ ক্ষেত্ৰত সক্ৰিয় কাৰক-বোৰেই উপভাষাৰ আঞ্চলিক ভেদ বা ক্ষেত্ৰীয় ৰূপ সৃষ্টিৰ কাৰক। অসমৰ 'পশ্চিম অঞ্চলৰ উপভাষা' কামৰূপীৰ স্থানীয় ৰূপ বৰপেটা অঞ্চলৰ উপভাষা বা কামৰূপৰ পশ্চিম অঞ্চলৰ উপভাষা, মধ্যঅঞ্চল বা নলবাৰী আৰু তাৰ নিকটস্থানীয় অঞ্চলৰ উপভাষা আৰু দক্ষিণা-ঞ্চলৰ ছয়গাওঁ বকো অঞ্চলৰ উপভাষাৰ কথা এই প্ৰসঙ্গত উল্লেখযোগ্য।

কেউটা অঞ্চলৰ উপভাষাৰ ভেদ বা ৰূপৰ ধ্বনি, ৰূপতত্ত্ব আৰু শব্দ-ভাণ্ডাৰৰ পাৰ্থক্য ৰক্ষিত হৈছে। উজনি অসমৰ উপভাষাৰো তেনে কেতবোৰ স্থানীয় উপভাষিক ৰূপ আছে। জাৰ্মানীৰ দক্ষিণ অঞ্চলৰ উপভাষা 'Alemanic' ৰ দুটা ভাগ, যথাক্রমে High Alemanic আৰু Low Alemanic। ইয়াৰে 'High Alemanic উপভাষাৰ চুইজাৰ-লেণ্ডত প্ৰচলিত 'Schwyzertutsch', জুৰিখত প্ৰচলিত 'Zurituutsch' আৰু বাৰ্ণ অঞ্চলত প্ৰচলিত 'Barndutsch' হ'ল স্থানীয় উপভাষা অথবা High Alemanic উপভাষাৰ ক্ষেত্ৰীয় ৰূপ। বাংলা ভাষাৰ ৰাঢ়ীৰ কেইবাটাও স্থানীয় উপভাষা পোৱা যায়। সেইকেইটা হৈছে (ক) পূব মধ্য অঞ্চলীয় উপভাষা ( East Central sub-dialect (খ) পশ্চিম মধ্যাঞ্চলীয় উপভাষা ( West Central ) (গ) উত্তৰ মধ্যা-ঞ্চলীয় আৰু (ঘ) দক্ষিণ মধ্যাঞ্চলীয় ( South Central ) স্থানীয় উপভাষা। শিক্ষা-দীক্ষাৰ প্ৰসাৰৰ লগে লগে ক্ৰমশ লোপ পাই অহা লণ্ডনৰ Cockney উপভাষাও এক স্থানীয় ৰূপ। স্থানীয় উপভাষাৰ সৃষ্টি ভাষাসম্প্ৰদায়ৰ প্ৰাচীনতা অনুসৰি অধিক হোৱা দেখা যায়। ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক আৰু শব্দসম্ভাৰৰ ভেদৰ ভিতৰত ধ্বনিমূলক পাৰ্থক্যৰ সংখ্যা স্থানীয় বা ক্ষেত্ৰীয় ৰূপত অধিক।

৫ ১৭ ৫ সামাজিক পৰিবেশত মানুহে ভাষা আয়ত্ত কৰে। মানুহে আয়ত্ত কৰি লোৱা ভাষাৰ সামাজিক, সাংস্কৃতিক আৰু ভৌগলিক গুৰুত্ব অপৰিসীম। কোনো এক ভাষা-সম্প্ৰদায়ৰ ভাষা সমাজৰ কোনো নিৰ্দিষ্ট গোট বা শ্ৰেণীয়ে ব্যৱহাৰ কৰাৰ ধৰণ সুকীয়া হ'ব পাৰে। সমাজৰ স্তৰভেদ অনুসৰি ব্যৱহৃত হোৱা ভাষাৰ সামগ্ৰিকতাই হৈছে সামাজিক উপভাষা। কোনো এক ভাষা—সম্প্ৰদায়ৰ ভাষাৰ সাৰ্বজনীন, আদৰ্শ কথ্য আৰু লিখিত ৰূপ এটা থাকে যদিও তাৰ প্ৰয়োগ সমাজৰ সকলো স্তৰৰ লোকৰ ক্ষেত্ৰত একে ধৰণৰ নহয়। সমাজৰ শিক্ষিত, মধ্যবিত্ত শ্ৰেণীৰ লোকসকলে ভাষাৰ যি ৰূপ ব্যৱহাৰ

ৰূপে সেই ৰূপ অশিক্ষিত, চহা, আৰ্থিকভাৱে অস্বচ্ছল লোকসকলে ব্যৱহাৰ কৰা ৰূপৰ সৈতে নিমিলে। উচ্চাৰণ, প্ৰকাশক্ষমতা, শব্দ-সম্ভাৰাদিৰ পাৰ্থক্য দুয়োশ্ৰেণীৰ ভাষাতেই পৰিলক্ষিত হোৱা দেখা যায়। শিক্ষিত, মধ্যবিত্তশ্ৰেণীৰ লোকসকলে ব্যৱহাৰ কৰা ভাষাৰ ৰূপটোৰেই সাধাৰণতে সাংস্কৃতিক, শৈক্ষিক আৰু কেন্দ্ৰীয় অনুষ্ঠান সমূহৰ সামূহিক কাম-কাজ পৰিচালিত হয়। ফলস্বৰূপে এই শ্ৰেণীৰ ভাষাৰ ৰূপে এক মৰ্যাদা লাভ কৰে। এনে মৰ্যাদাসম্পন্ন ভাষাক উন্নত ৰূপৰ ভাষা ( koine ) বোলা হয়। সমাজৰ নিম্নস্তৰৰ চহা লোকসকলে ব্যৱহাৰ কৰা ভাষাৰ ৰূপ ( Patois ) মৰ্যাদাসম্পন্ন ভাষাতকৈ সুকীয়া ধৰণৰ হয়। এনেধৰণৰ ভাষাৰ ৰূপক চহাভাষা বা লোক-ভাষা বুলিব পাৰি। উন্নত ৰূপৰ ভাষাৰ মৰ্যাদাসম্পন্নতাৰ প্ৰভাৱত চহা বা লোকভাষাৰ ৰূপবোৰে ক্ৰমশ পৰিমাৰ্জিত ৰূপ গ্ৰহণ কৰাৰ পথত আগবাঢ়ে। শিক্ষা-দীক্ষাৰ প্ৰসাৰ ঘটাত আনুষংগিকভাৱে চহা-ভাষা কোৱা লোকৰ সংখ্যাও কমি আহে আৰু সময়ত ই বিলুপ্তও হয়গৈ। সকলো ভাষা সম্প্ৰদায়ৰে ভাষাত সামাজিক স্তৰ অনুসৰি হোৱা উপৰোক্ত দুটি ভেদ দেখিবলৈ পোৱা যায়। যি সমাজত শত-কৰা এশভাগ লোকেই উচ্চশিক্ষাৰে শিক্ষিত, তেনে সমাজত এই ৰূপভেদ পোৱা নাযাব। সমাজৰ উচ্চ বা মধ্যবিত্ত শ্ৰেণীৰ লোকসকলে ব্যৱহাৰ কৰা মৰ্যাদাসম্পন্ন ভাষাৰ উন্নত ৰূপ আৰু নিম্নশ্ৰেণীৰ লোক-সকলে ব্যৱহাৰ কৰা চহাৰূপৰ ভাষাৰ মধ্যৱৰ্তী এটা ৰূপ দেখিবলৈ পোৱা যায়। তাক জনসাধাৰণৰ ভাষা বা সাধাৰণ ভাষা ( Common-speech ) বোলা হয়। সাধাৰণ ভাষা সমাজৰ সৰহসংখ্যক লোকে ব্যৱহাৰ কৰে। সমাজত বসবাস কৰা জনসাধাৰণৰ মাজত জাতিগত ভেদ অথবা ধৰ্মীয় ভেদ থাকিব পাৰে। সামাজিক ৰীতি-নীতি, ধৰ্মীয় দিশৰ আচাৰ-ব্যৱহাৰ আৰু বৃত্তিৰ দিশৰ পৰা পাৰ্থক্য ৰক্ষিত হ'লে, সামাজিক পৰিবৰ্তন অবিহনে শিক্ষা-দীক্ষাৰ প্ৰসাৰ সত্ত্বেও পাৰম্পৰিক

আদান-প্ৰদান নঘটিব পাৰে। সামাজিক আদান-প্ৰদান সংঘটিত নহ'লে ভাষাৰ সুকীয়া সুকীয়া বৈশিষ্ট্য যুক্ত আঞ্চলিক ভেদে গঢ় লৈ উঠে। এনেধৰণৰ ভেদ বা ৰূপক বৰ্ণভাষা ( Caste dialect ) বোলা হয়। অসমীয়া ভাষাসম্প্ৰদায়ৰ ( Speech Community ) বৰ্ণভাষা ( caste dialect ) ৰ সুন্দৰ নিদৰ্শণ পোৱা যায় নগাওঁ জিলাৰ কলিয়াবৰ মহকুমাৰ জয়ন্তীপুৰ নামৰ গাঁৱৰ লোকসকলৰ মাজত প্ৰচলিত ভাষাত। জয়ন্তীপুৰ অৰ্বাচীন নাম। পূৰ্বতে এই গাঁৱৰ নাম আছিল মৰীয়াগাওঁ। আহোম ৰজাৰ অন্য কামত নলগাত এই গাৱঁৰ লোকসকলক কাঁহ-পিতল মৰিয়াই [১৪] বাচন-বৰ্তন গঢ়িবলৈ লগাইছিল। এওঁলোক ইছলাম ধৰ্মীয় লোক যদিও ৺বেনুধৰ শৰ্মাদেবৰ [১৫] মতে এওঁলোক আদিতে ইছলাম ধৰ্মাৱলম্বী লোক নাছিল। পৰৱৰ্ত্তী কালতহে সাপ, শিল, আদিৰ পূজা এৰি ইছলাম ধমত দীক্ষিত হয়।' নৃতাত্বিক বিচাৰবে 'মৰীয়া' অষ্ট্ৰিক গোষ্ঠীৰ এটি খেল। এই মৰীয়া সম্প্ৰদায়ৰ লোকসকলৰ গাঁৱতে অসমৰ প্ৰাচীনতম মছজিদ দুটা অৱস্থিত। এই গাৱঁখনৰ চৌপাশৰ লোক সকল নৱবৈষ্ণৱ ধৰ্মাৱলম্বী লোক হোৱা হেতু, এই মৰীয়া সম্প্ৰদায়ৰ লোকসকলৰ সৈতে সামাজিক আদান-প্ৰদান একেবাৰেই নঘটিছিল। সামাজিক আদান-প্ৰদানৰ অভাৱৰ ফলস্বৰূপেই এওলোকে ব্যৱহাৰ কৰা ভাষাৰ উচ্চাৰণগত তথা সুৰৰ প্ৰভাৱবিশিষ্টতা মন কৰিবলগীয়া এক বিশেষত্ব। উদাহৰণ সাধাৰণ ভাষা—হেৰৌ ল'ৰা। ঘৰলৈ নাযাব কিয়? জয়ন্তীপুৰ মৰীয়াগাৱঁৰ বৰ্ণভাষা—হেৰৌ ল'ৰা। ঘৰলৈ নাযাৱ কিয় ( Heroẃ Lǒra। ghar-alo'। Najawakiya ?) তেনেদৰে 'ঐ ৰফিক। বজাৰলৈ গ'লিনে ?—(O'। Rafik। Bazarǎlo। galîne ? ) এইবোৰ সুৰবৈশিষ্ট্য আকস্মিক নহয়। শব্দসৃষ্টিৰ ক্ষেত্ৰত ব্যৱহৃত হোৱা অক্ষৰৰ আপেক্ষিক সুৰ ইয়াত পোৱা

১৪ পিটবে মমিন পিটবে ভাই।
বি নিপিটে তাৰ পিঠাৰ ভাগ নাই ॥ ( প্ৰচলিত গীত )

১৫ বৰা, লীলাধৰ ঐতিহ্যমণ্ডিত কলিয়াবৰ, পৃ. ১৫২

নাযায়। কিন্তু সাঙ্গীতিক লহৰ বা ঘোষত্বৰ, স্বৰতন্ত্ৰীৰ স্পন্দন তীব্ৰতা অনুসৰি উচ্চ নিম্ন ভিন্ন প্ৰকাৰৰ সুৰ ( Pitch ) ইয়াত পোৱা যায়। উপৰোক্ত প্ৰথমটো উদাহৰণত যথাক্ৰমে উদাত্ত উন্নত ( High rising´ ) অনুদাত্ত-উন্নত ( Low rising ), উন্নতানুদত্ত ( Rising and Falling^ ) সুৰ প্ৰয়োগ বিধি ব্যৱহৃত হৈছে। লিংগভেদে এই সুৰপ্ৰয়োগৰ তাৰতম্য দেখা যায়। অন্যান্য সমাজৰ লোকৰ সৈতে কথা-বতৰা পাতোঁতে এই মৰীয়া সম্প্ৰদায়ৰ লোকসকলে সাধাৰণ অসমীয়া কথ্য ৰূপৰ ভাষা ব্যৱহাৰ কৰাৰ যত্ন কৰে যদিও নিজা সমাজৰ লোকৰ সৈতে সুৰযুক্ত বৰ্ণভাষাতহে ভাৱৰ আদান-প্ৰদান ঘটায়। 'জয়ন্তীপুৰৰ অসমীয়া বৰ্ণভাষা' শব্দসম্ভাৰত ইছলাম ধৰ্মসম্বন্ধীয় শব্দৰ সমাৱেশ দেখা যায় যদিও প্ৰধানত সুৰ বৈশিষ্ট্যৰ দিশৰ পৰাহে প্ৰচলিত কথ্য অসমীয়াতকৈ ই পৃথক।

৫ ১৭ ৬ কোনো এখন দেশৰ ভৌগলিক অবয়ৱ বা প্ৰশাসনিক ক্ষেত্ৰৰ ৰাজনৈতিক মানচিত্ৰ ( Map ) প্ৰস্তুত কৰাৰ দৰে ভাষাৰ বা উপভাষাৰ সঠিক মানচিত্ৰ প্ৰস্তুত কৰাটো সহজসাধ্য বিষয় নহয়। প্ৰাকৃতিক উপাদানে প্ৰশাসনিক ক্ষেত্ৰৰ মানচিত্ৰ নিৰ্ণয় কৰাত যিদৰে সহায় কৰে ভাষাৰ ক্ষেত্ৰত সিদৰে কৰা দেখা নাযায়। ভাষা এক গতিশীল, মানৱীয় অনুষ্ঠান হোৱা হেতুকে এনেক্ষেত্ৰত কেতবোৰ কাল্পনিক সীমাৰেখাৰ কল্পনা কৰি লোৱা হৈছে। পৃথিৱীৰ বিভিন্ন অংশক, অক্ষৰেখা ( Latitude ) আৰু দ্ৰাঘিমাৰেখা ( Langitude ) ৰ কাল্পনিক ধাৰণাৰ সহায়ত অংকণ কৰি দেখুৱাৰ দৰে ভাষা উপভাষাৰ সীমাৰেখাও কেতবোৰ কাল্পনিক ৰেখাৰ দ্বাৰা দেখুওৱা হয়। তেনেবোৰ ৰেখাক ধ্বনিৰেখা, শব্দৰেখা আদি নামকৰণ কৰা হৈছে। আমাৰ আলোচ্য বিষয় 'উপভাষা'ৰ সীমা নিৰ্ধাৰণৰ দ্বাৰা মানচিত্ৰ প্ৰস্তুত কাৰ্যৰ বাবে পোন প্ৰথমে ক্ষেত্ৰঅধ্যয়ণ ( Field investigation ) কৰাৰ প্ৰয়োজন হয়। উপভাষা সৃষ্টি সম্বন্ধীয় ধাৰণাৰ আধাৰত ১ একেটা ভাষাৰে

ধ্বনি ৰূপৰচনা, ৰূপৰচনাৰ প্ৰয়োগ পদ্ধতিৰ কোন কোন স্থানত অমিল আৰু কোন কোন স্থানত ইবোৰৰ মিল বা সদৃশতা আছে তাক বাছি উলিয়াই, তাৰ ভিত্তিত, কেতবোৰ এলেকা চিহ্নিত কৰিব লাগে। ২ এলেকা বা অঞ্চল নিৰ্দিষ্ট কৰি লোৱাৰ পৰৱৰ্ত্তী স্তৰত সমগ্ৰ অঞ্চলটোৰ কোন কোন অংশ বা ক্ষেত্ৰত অনুসন্ধান চলোৱা হ'ব তাক ঠিৰাং কৰিব লাগে। কোনো এটা উপভাষাৰ বিস্তৃতি এক বৃহৎ ভৌগলিক পৰিসৰতো হব পাৰে। তেনেস্থলত, ক্ষেত্ৰ-অধ্যয়ণৰ বাবে বিষয়ানুসৰি স্থান বা ক্ষেত্ৰবিন্দু (Point)[১৬] নিৰ্ণয় কৰি লোৱাৰ প্ৰয়োজন হয়। ৩ ভাষাত ব্যৱহৃত শব্দবোৰৰ ধ্বনিতাত্বিক, ৰূপ-তাত্বিক আৰু শব্দসম্ভাৰৰ কোনটো দিশত অধ্যয়ণ কৰা হব তাক নিৰ্দিষ্ট কৰি ল'ব লাগে। ধ্বনিতাত্বিক দিশত শব্দত ব্যৱহৃত ধ্বনিৰ প্ৰকাৰ আৰু তাৰ উচ্চাৰণৰ বৈশিষ্ট্যৰ অনুসন্ধান কৰিব পাৰি। ৰূপতাত্বিক দিশত ৰূপগঠনৰ দিশত ভাষা-উপভাষাৰ বিধিবদ্ধ ৰূপৰ তুলনামূলক অধ্যয়ণ কৰিব পৰা যায়। কোনো বস্তু বা সামগ্ৰীৰ নাম শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ গছ-গছনি, ফল-মূল জীৱ-জন্তুৰ নাম সংখ্যা বাচক শব্দ, সম্বন্ধবাচক শব্দ ইত্যাদিৰ আধাৰত উপ-ভাষাৰ শব্দসম্ভাৰৰ সন্দেদ পাব পাৰি। উপৰোক্ত কেযোটাদিশৰ সামগ্ৰিক ৰূপ অথবা কোনো এটা দিশৰ বিষয় (item)ৰ ভিত্তিত তালিকা প্ৰস্তুত কৰি লব লাগে। ৪ ক্ষেত্ৰ অধ্যয়ণ (Field investigation)ৰ বাবে নিৰ্বাচিত অঞ্চলৰ যিবোৰ ক্ষেত্ৰ বিন্দু (Point) বাছি লোৱা হয়, সেই ক্ষেত্ৰবিন্দুবোৰৰ সূচক (informant) এনে ধৰণৰ হ'ব লাগে যিসবাৰ সেই অঞ্চলৰ প্ৰাচীন বাসিন্দা। তেওঁলোকৰ জনজীৱনত অতি আধুনিকতাৰ প্ৰভাৱ নপৰিলে, তথা জনজীৱনৰ গতিশীলতা কম হ'লে সঠিক তথ্য প্ৰাপ্তিত সুবিধা হয়। প্ৰতিটো

---

১৬ ভাষাবিজ্ঞানী C F Hockett এ, Point আৰু item এই শব্দ দুটাৰ বহুল ব্যৱহাৰ কৰিছে।

ক্ষেত্রবিন্দু আৰু তাৰ ওচৰ-পাজৰৰ অঞ্চলৰ পৰা তথ্য সংগ্ৰহ কৰিব লাগে। ৫ উপৰোক্ত ধৰণেৰে সংগ্ৰহ কৰা তথ্যৰ সহায়ত ধ্বনি ৰূপ আৰু শব্দসম্ভাৰৰ পাৰ্থক্য চিহ্নিত কৰা উপভাষা মানচিত্ৰ প্ৰস্তুত কৰি উলিয়াব পাৰি। তথ্য-সংগ্ৰহৰ ক্ষেত্ৰত প্ৰত্যক্ষ আৰু পৰোক্ষ, এই দুয়োটা পদ্ধতিৰ অৱলম্বন কৰিব পাৰি। প্ৰত্যক্ষ পদ্ধতিত গৱেষকে নিজে ক্ষেত্ৰবিন্দু ( Point ) সমূহ ভ্ৰমণ কৰি তথ্যসংগ্ৰহ কৰিব লাগে। শিক্ষিত বা অশিক্ষিত, বয়স্ক লোকৰ সৈতে স্বাভাৱিক কথোপকথনৰ দ্বাৰা প্ৰাপ্ত তথ্যসমূহ লিপিবদ্ধ কৰাৰ ক্ষেত্ৰত টেপ্ ৰে-কৰ্ডাৰৰ সহায় ল'ব পাৰি। ক্ষেত্ৰ গৱেষক গৰাকীয়ে উচ্চাৰিত ধ্বনি-সমষ্টিৰ সূক্ষ্মাতিসূক্ষ্ম পাৰ্থক্য নিৰ্ণয় কৰিব পাৰিব লাগে আৰু নোৱাৰা স্থলত এনে বিষয়ত অভিজ্ঞ ধ্বনিবিজ্ঞানীৰ সহায় ল'ব লাগে। আন্ত-ৰ্জাতিক ধ্বনিলিপি ( I P A ) ৰ ব্যৱহাৰৰ দ্বাৰা উচ্চাৰিত ধ্বনিসমূহৰ পাৰ্থক্য সচিত্ৰ কৰিব পৰাটো এক বিজ্ঞানসম্মত কাম। আনহাতে পৰোক্ষ পদ্ধতিত বিশেষভাবে তৈয়াৰ কৰা প্ৰশ্নাৱলিকা ( questiona-ire ) ৰ দ্বাৰা লিপিবদ্ধ ৰূপত পৰিচিত সূচকৰ পৰা তথ্য-সংগ্ৰহ কৰিব পাৰি। এনে ধৰণৰ ক্ষেত্ৰ অনুসন্ধানত উপভাষাটোৰ ধ্বনিতত্ত্ব ৰূপতত্ত্ব আৰু শব্দগত বৈশিষ্ট্যৰ সকলোবোৰ দিশ ধৰা পৰাকৈ প্ৰশ্ন তালিকা যুগুত কৰিব লাগে। পৃথিৱীৰ কোনো কোনো ভাষাবিজ্ঞানীয়ে এনেধৰণৰ ক্ষেত্ৰ অধ্যয়নত ব্যৱহাৰ কৰিব পৰাকৈ কেতবোৰ আদৰ্শ প্ৰশ্নৰ আৰ্হি ( Questionaire ) প্ৰস্তুত কৰি উলিয়াইছে। তেনে আৰ্হি প্ৰশ্নতালিকাৰ ভিতৰত স্বটিছ প্ৰশ্নতালিকা, উীয়েথ আৰু অৰ্টনৰ প্ৰশ্নতালিকা আৰু চুইডিচ ৱৰ্ড লিষ্ট বা প্ৰশ্নতালিকা উল্লেখযোগ্য। গোৱালপৰীয়া দেশীভাষাৰ আলোচনাত [১৭] ড° উপেন্দ্ৰ নাথ গোস্বামীদেৱে ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দভাণ্ডাৰ, ফকৰা-যোজনা ও প্ৰৱচন আদিৰ বৈশিষ্ট্য

---

১৭ ড° উপেন্দ্ৰ নাথ গোস্বামীৰ 'ভাষাবিজ্ঞান' গ্ৰন্থ দ্ৰষ্টব্য।

দর্শাই কৰা পৰ্যবেক্ষণৰ আৰ্হি, অসমীয়া ভাষাৰ উপভাষা সমূহৰ ক্ষেত্ৰ অধ্যয়নৰ এক আদৰ্শ আৰ্হি হ'ব পাৰে।

প্ৰতিটো ভাষাৰে ধ্বনি, ৰূপৰচনা, বাক্যৰচনা আৰু অৰ্থৰ একো একোটা নিৰ্দিষ্ট পদ্ধতি আছে। এনে পদ্ধতি উপভাষাৰ ক্ষেত্ৰতো লক্ষ্য কৰা যায়। ক্ষেত্ৰ-অধ্যয়ণ কৰি পোৱা কোনো ধ্বনিৰ উচ্চাৰণগত পাৰ্থক্য অথবা কোনো বিশেষ ধ্বনিবৈশিষ্টা কাল্পনিক ৰেখা কনৰ দ্বাৰা দেখুৱাব পাৰি। উদাহৰণ স্বৰূপে নামনি অসমৰ উপভাষাৰ বাতাহ, চতল আদি শব্দ উজনি বা পূব অঞ্চলৰ উপভাষাত বতাহ, চোতাল আদি ধৰণেৰে উচ্চাৰিত হয়। উজনিৰ উপভাষা বা মান্যভাষাৰ সৈতে নামনিৰ উপভাষাৰ আ অ, অ ও, অ আ, ধ্বনিৰ পাৰ্থক্য ৰক্ষিত হৈছে। ধ্বনি ব্যৱহাৰৰ পাৰ্থক্য দৰ্শাই ক্ষেত্ৰবিন্দুসমূহ সংলগ্ন কৰি, পাৰ্থক্যসূচক এডালৰেখা অংকন কৰিব পাৰি। এনেধৰণৰ ৰেখাক ধ্বনিৰেখা ( Isophone ) বোলা হয়। ৰূপসংযোগ অথবা ৰূপগঠনৰ দিশতো কেতবোৰ পাৰ্থক্য থাকিব পাৰে। উজনিৰ ভাষাত ব্যৱহৃত চোতালখন, শালাধাৰ আদি শব্দৰ খন,-ধাৰ আদি ৰূপবোৰ নামনিৰ উপভাষাত-খান / খেন ধোৰ / ডেল আদিৰ ৰূপত ব্যৱহৃত। এনেপাৰ্থক্য পৰিলক্ষিত হোৱা ক্ষেত্ৰবিন্দবোৰ সংলগ্ন কৰি আঁকা ৰেখাক ৰূপৰেখা ( Isomorph ) বোলা হয়। ক্ৰিয়াৰ কোনো বিশিষ্ট ৰূপ সম্বন্ধবাচক শব্দৰ কোনো বিশিষ্ট ৰূপ, সম্বন্ধবাচক শব্দৰ কোনো বিশিষ্ট ৰূপ তথা বিভক্তি, প্ৰত্যয় আদিৰ বিশিষ্টতা এনে ৰূপৰেখাই সূচিত কৰে। শব্দৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা এনে বিশিষ্টতাক সূচিত কৰি অংকণ কৰা ৰেখাক শব্দ ৰেখা ( Isogloss ) বোলা হয়। উজনি অসমৰ ভাষাত পোৱা জলকীয়া, মধুৰিআম, ৰঙা আদি শব্দবোৰ নামনি অসমৰ ভাষাত যথাক্ৰমে ভোজলুক সোইফ্ৰাম, আৰু বাৰ্‌গা বুলি উচ্চাৰিত হয়। এনে স্থূল পাৰ্থক্যসমূহ শব্দৰেখা অংকণৰে

বুজাব পাৰি। শব্দৰেখা [১৮] ( Isogloss ) ৰ অংকণ, ভাষা-উপভাষাৰ কোনো উপাদানগত পাৰ্থক্যৰ বিস্তৃতি দৰ্শায়ো, কাল্পনিকভাৱে কৰা হয়। ধ্বনি, ৰূপ, শব্দ, সুৰ আদিৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা পাৰ্থক্যসমূহক সামূহিক অৰ্থত শব্দৰেখাৰ দ্বাৰা দেখুওৱা হয়। কোনো এক বিশেষ ভাষিক বৈশিষ্ট্যযুক্ত ক্ষেত্ৰ চিহ্নিত কৰা ৰেখাই হৈছে শব্দৰেখা ( Isogloss )। শব্দৰেখা অংকণেৰে নিৰ্দেশিত ক্ষেত্ৰই হৈছে উপভাষা ক্ষেত্ৰ আৰু শব্দৰেখা তাৰ উপভাষিক পৰিসীমা ( dialaet boundary ) ভূগোল। বিজ্ঞানত ব্যৱহৃত সমতাপাংক স্থান নিৰ্দেশ্য কৰা, 'আইচ থাম ( Isohtherm ) , অক্ষৰেখা আদিৰ দৰে শব্দৰেখাও নিৰ্দিষ্ট তথ্যৰ ভিত্তিত অংকণ কৰা এক কাল্পনিক সীমাৰেখা। কেতিয়াবা কোনো এক স্থানক সংলগ্ন কৰা এডাল শব্দ ৰেখাৰ আশে পাশে আৰু একাধিক শব্দৰেখাই গতি কৰিব পাৰে। একাধিক শব্দৰেখাক একেলগে শব্দৰেখাগুচ্ছ ( Bundle of isoglosses ) বোলা হয়। কোনো স্থানৰ ওপৰেৰে এই কাল্পনিক শব্দৰেখাগুচ্ছই গতি কৰিলে, সেই স্থান একেটা উপভাষাৰ অন্তৰ্গত এলেকাৰ হ'ব। কেতিয়াবা কোনো স্থানৰ বা এলেকাৰ চাৰিওকাষেৰে একাধিক শব্দ ৰেখাই গতি কৰিব পাৰে। অন্যান্য স্থানৰ তুলনাত একাধিক শব্দৰেখাৰে পৰিবেষ্টিত ক্ষেত্ৰক উপভাষাৰ কেন্দ্ৰীয়ক্ষেত্ৰ ( Focal area ) বোলা হয়। সাধাৰণতে একো একোটা উপভাষাক্ষেত্ৰৰ ( dialect area ) বেষ্টন একো একোটা উপভাষাৰ কেন্দ্ৰীয় ক্ষেত্ৰক কেন্দ্ৰ কৰিয়ে সৃষ্টি হয়।

১৮ A line indicating the limit of some stated degree of linguistic change is known as an isogloss —Gleason H A Descriptive Linguisties P 398

( প্ৰথম খণ্ড সমাপ্ত )

